# দখিণকোল

[ আদৰণি সমিতিৰ স্মৃতি সংকলন ]

অসম সাহিত্য সভা অষ্টবিংশ অধিবেশন

নতুন পলাশবাৰী (মিৰ্জা)

১৮৮২ শক

সম্পাদনাত—স্মৃতি সংকলন সমিতি

দাম ধনে—২৲ টকা

স্মৃতি সংকলন সমিতি

সম্পাদক ঃ

ভাৰত কলিতা

মহেন্দ্ৰ দাস

উপদেষ্টা ঃ

মেদিনী কান্ত ঠাকুৰীয়া

সৰ্ব্বেশ্বৰ মজুমদাৰ

# আৰম্ভণিতে দুষাৰ

অসম সাহিত্যসভাৰ পলাশবাৰী অধিবেশনে অসমীয়া সাহিত্যলৈ কি নতুন অৱদান আগ বঢ়ায় কব নোৱাৰোঁ, সাহিত্য ক্ষেত্ৰত অতিকৈ পিচপৰা আমাৰ এই অঞ্চলবাসীয়ে বা এই অধিবেশনৰ পৰা কি সাহিত্যিক সমল সংগ্ৰহ কৰে তাকো কব নোৱাৰোঁ। অসমীয়া ভাষাৰ ওপৰত চাৰিওফালৰ পৰা আজি যি আক্ৰোশমূলক প্ৰতিবন্ধকতা চলিছে তাক প্ৰতিৰোধ কৰিবলৈ এই অসম সাহিত্য সভা বৰ-গছ-জুপিৰ ছাঁলোৱা লোক সকলে কি ব্যৱস্থা গ্ৰহণ কৰে তাকো নাজানো। এইদৰে আৰু এশ-এবুৰি 'নোৱাৰোঁ' 'নাজানো'ৰ মাজেৰে এই সংকলনটি সম্পাদন কৰি উলিওৱা হল। ই কি হল বা ইয়াৰ পৰা কি হব থোৰতে কব লাগিলে তাকো নাজানো।

কিন্তু এটা কথা হলে আমাৰ মনত খেলিছিল সাহিত্য সভাখন আমাৰ ইয়ালৈ আদৰি আনিলোঁৱে যেতিয়া অন্ততঃ খ্যাতিসম্পন্ন সাহিত্যিক কেই-জনমানৰ পৰা প্ৰৱন্ধ কেইটামান সংগ্ৰহ কৰি থওঁ। এই সংগ্ৰহৰ লগতে আমাৰ আঞ্চলিক পৰিচয়মূলক প্ৰৱন্ধ কেইটামানো যতনাই সংৰক্ষণৰ ব্যৱস্থা কৰিবলৈকে 'দখিণকোল' ছপাই উলিওৱা হ'ল। এই সংকলনটিয়ে আগত সকলো সময়তে অসম সাহিত্য সভাৰ ভাষা, সাহিত্য আৰু সংস্কৃতিৰ এই জাতীয় মহোৎসৱটো আমাৰ স্মৃতিৰ পটত চিৰ সতেজ কৰি ৰাখক, আৰু এই স্মৃতিয়ে অসমৰ ভাষা, সাহিত্য আৰু সংস্কৃতিক সমৃদ্ধিশালী কৰিবলৈ আমাকো প্ৰেৰণা যোগাওক—এয়ে কামনা।

আহোম আৰু বৈষ্ণৱ যুগত আমাৰ এই দক্ষিণ কামৰূপ অঞ্চলটোক 'দখিণকোল' পিছলৈ 'দখিণকূল' বা 'দক্ষিণকূল' বোলা হৈছিল। এই

দখিণকোলৰ বহুল বিৰৰণিসম্পন্ন বুৰঞ্জী এতিয়াও ওলোৱা নাই। সেয়েহে এই অঞ্চলৰ এন্ধাৰ যুগত বৈ থকা বুৰঞ্জীখনৰ প্ৰতি সুধীসমাজৰ দৃষ্টি আকৰ্ষণ কৰিবলৈকে এই সংকলনটিৰ নাম 'দখিণকোল' ৰখা হ'ল।

এই সংকলনটি উলিয়াবলৈ আগবাঢ়োতে শ্ৰদ্ধেয় ডঃ প্ৰফুল্ল দত্ত গোস্বামী দেৱে সকলো উৎসাহ আৰু উপদেশ আগবঢ়াইছে। তেখেতে এতিয়া নিগাজী গুৱাহটীয়া যদিও নিজৰ এই অঞ্চলটোৰ প্ৰতি মৰম-চেনেহ অকণো কমা নাই।

অতি কম সময়ৰ ভিতৰত সংকলনটি উলিয়াব লগা হোৱাত বহুতো লিখকক ( যি সকলৰ প্ৰৱন্ধ ইয়াত সন্নিবেশ কৰিব পৰা নগ'ল তেওঁলোককো ) বাৰেপতি তাগিদ দি ইচ্ছাকৃত হিচাবেই আমনি দিছোঁ, তেখেত সকলে নিজে লিখা প্ৰৱন্ধ নিজৰ মনঃপুত নোহোৱা স্বত্বেও আমি জোৰকৈ আনিছোঁ— গতিকে তাৰ বাবে সকলো দোষ আমাৰ।

নিজৰ অজ্ঞতাৰ বাবেই হওক বা খৰ্‌ধৰ্‌ কৰা বাবেই হওক নানাৰকমৰ ছপা-বিজুতি অনিচ্ছাকৃত হিচাবে ৰৈ গ'ল। তাৰ বাবে ক্ষমা মাগিছোঁ।

অৱশেষত, গুৱাহাটী প্ৰেছৰ কৰ্ম্মীবৃন্দই বিশেষ উৎসাহেৰে এই সংকলনটি অতি কম সময়ৰ ভিতৰত ছপাই দিয়া বাবে তেওঁলোকৰো শলাগ লৈছোঁ। ইতি—

ভাৰত কলিতা
স্মৃতি-সংকলন সম্পাদনা সমিতিৰ হকে

নতুন পলাশবাৰী ( মিৰ্জা )
১১ কাতি ১৮৮২শক

# সূচী পত্ৰ



---


বেটুপাত—শ্ৰীপদুম গোঁহাই

স্মৃতি হওক যুগমীয়া



৺ভাৰত দাস



৺শান্তিৰাম দাস



৺সিংহদত্ত অধিকাৰী

# পলাশবাৰীৰ দাঁতিয়ে-কাষৰে

**শ্ৰীবেণুধৰ শৰ্ম্মা**

পলাশবাৰী নামটো আধুনিক। দুমুৰীয়া ৰজাৰ অধীনত থকা ওঠৰ ৰজাৰ ৰাজ্যৰ ভিতৰত পৰিছিল পলাশবাৰী। তেতিয়া সম্ভৱতঃ ইয়াৰ নাম অন্য কিবা এটা আছিল। বহুতৰ মতে ব্ৰহ্মপুত্ৰৰ পল পৰি হোৱা এইখন নতুন ঠাই। অতি পুৰণি কালত এতিয়া য'ত মিৰ্জ্জা পাহাৰ আছে তাৰ দাঁতিয়েদি ব্ৰহ্মপুত্ৰ নৈ বৈ গৈছিল আৰু তেতিয়া ই হাজো শুৱালকুছিৰে লগালগি আছিল। আহোম-ৰজা স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনত পলাশবাৰীৰ নাম উল্লেখ আছে। প্ৰাচীন বুৰঞ্জীৰ ঘটনাৱলী লিপিৱদ্ধ হোৱাৰপৰা বৃটিংশ আমোললৈকে যিবিলাক ঘটনাই বুৰঞ্জীত ঠাই পাইছে তাৰ কোনো ঠাইতে সুকীয়াকৈ পলাশবাৰীৰ নাম উল্লেখ নাই, শুৱালকুছি বা শিয়ালকুছিৰ নাম আছে। মিৰ্জ্জাজাহিনাই আক্ৰমণ কৰাৰ সময়ত এই অঞ্চলত যিবিলাক সৰু সৰু ৰাজ্য আৰু ৰজা বা জমিদাৰ আছিল, সেই বিলাকৰ অলপ অলপ উল্লেখ 'বাহাৰিস্তান ঘাইবী' পুথিত পোৱা যায়। প্ৰকাশিত অসম বুৰঞ্জীতো যিবিলাক বিৱৰণ আছে, তাৰদ্বাৰাই এই গোটেই অঞ্চলটোৰ সম্যক জ্ঞান লাভ কৰাও তেনেই উজু নহয়। তথাপি প্ৰকাশিত-অপ্ৰকাশিত আৰু দেশী বিদেশী ভাষাৰ বুৰঞ্জী সমূহ ভালকৈ পঢ়িলে এই অঞ্চলৰ এখনি বিশিষ্ট বুৰঞ্জী প্ৰণয়ন কৰিব পাৰি।

১৫৩৪ শকৰ আগলৈকে ধুবুৰীৰপৰা উজাই দুমুৰীয়া দেশলৈকে এই দীঘলীয়া অঞ্চলটো কোঁচ ৰজা পৰীক্ষিত নাৰায়ণৰ অধীনত আছিল। ইয়াত তেতিয়া সৰু সৰু ওঠৰজন ৰজাই ভাগে-ভাগে দেশ খাই আছিল দেখি ওঠৰৰজীয়া

দেশ বোলা হৈছিল। কিন্তু সেই ৰজা ওঠৰজনৰ বা দেশ ওঠৰখনৰ নাম সুকীয়া-সুকীয়াকৈ পোৱা নাযায়। আহোম বুৰঞ্জীৰপৰা এই কেইখন দেশ আছিল বুলি জানিব পাৰি ঃ—

(১) ৰাণীৰ কলীয়া ৰজা আৰু মানসিংহ ৰজা (২) মকুৰাপুৰীয়া (৩) ভোলা গঞা (৪) বৰহুৰবীয়া (৫) বাগ ডেকা ৰজা (৬) পাণ্টনীয়া (৭) কালপানী (৮) জন্তৰি পানী (৯) বকোৰ জৈ ৰজা (জয় ৰজা), তঁকবা ৰজা (১০) লুকীৰ পগলা ৰজা (১১) ছই গঞা (১২) হেঙ্গেৰাববীয়া মল ৰজা (১৩) সজাই ৰজা (১৪) মোগোৰ ৰজা (১৫) হালধিববীয়া ৰজা (১৬) ব্ৰাহ্মণ ৰজা (১৭) কান্তাম ৰজা (১৮) ৰূপসিংহ ৰজা।

(১) **ৰাণীৰজা ঃ**—ৰাণীৰজাক ৰাণীহুৰবীয়া ৰজাও বোলে। এওঁ গদাধৰ সিংহৰদ্বাৰাই ৰজা বুলি স্বীকৃতি লাভ কৰে। তেতিয়াৰেপৰা এই ৰজা বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত হোঁৱা। এওঁ আহোম ৰজাক, বছৰি ৬২১ টা পাইক আৰু ৫০০০৲ টকা শোধাব লাগিছিল। ববহুৰবীয়া ৰজাৰ সমানেই এওঁৰ প্ৰতিপত্তি। প্ৰজাবিলাকৰ সৰহ ভাগেই গাৰো। এওঁবিলাকে অসম ৰজাক সদায় সহায় কৰিছিল।

ৰুদ্ৰসিংহৰ দিনত ৰাণী ৰজাই অসম ৰজাৰ বিৰুদ্ধে এবাৰ বিদ্ৰোহ কৰাৰ কথা বুৰঞ্জীত আছে ঃ—

স্বৰ্গদেৱে বোলে, "ৰাণীৰ পুতেকৰো উখামুখা শুনিছো, ফুকন এটাক পঠাই ধৰোক।" ৰজাৰ মানুহ গৈ কোঁঠ দিলত ৰাণীৰজা পলাই মতাইক্ষৰত (মাইলাটা ?) সোমালগৈ। পাচে একো প্ৰকাৰে পোৱা নাই হেন দেখি কোঁঠ তোলাই আনি দোলাকাখৰীয়া চান্দ্ৰাই বৰাকে, পলাশববীয়া টুকুৰীয়াকে পঠাই উপায় কৰি বোধভাৰসা দি তাক আনি গড়গাৱঁলৈ নিলে। স্বৰ্গদেৱে ফুকনলৈ বুলিলে, "ৰাণীৰ খোৰাএ বঙ্গাললৈ শিৱনাৰায়ণলৈ, গুৱাহাটা লবলৈ ধনঞ্জয়ক পঠাই কথা দি আন্ধাৰু, মৈদামী, হুৱাৰ গৰিলাত ধৰিম হেন বুলিবৰ, নৰ্ত্তঙ্গ সোণাপুৰৰ কটা মানুহৰ আগমঙ্গহ, কলাফুল আনি হুৱাৰত হুটা মানুহ কাটি ঢোল কোবাই ৰণচনি কৰিবৰ, আনো যি জনাশুনা কথাবাৰ্ত্তা আছে সোধপোছ কৰি লেখা কৰি সকলো মানুহ-হুনুহ দি পঠাব।" পাছে ফুকনেও সোধপোছ কৰি লেখা কৰি জনাশুনা মানুহ দি পঠালে। গড়গাৱঁতো

সোধপোছ কৰিলে। সকলো কনা লাগিল। তাৰ পিছত খোৰা, দৰবধৰা বৰুৱাক মাৰি ৰাণীৰাজ্যত শান্তি প্ৰতিষ্ঠা কৰা হল। তেতিয়াৰপৰা ৰাণী অসমৰে একান্ত শৰণীয়া হল।

(৪) **বৰদুৱৰীয়া ৰজা ঃ**—বৰদুৱৰীয়া ৰজাজন গাৰো, আৰু আছিল ভোগপুৰত। স্বাধীন গাৰোবিলাকে বৰদুৱৰীয়া ৰজাকে সিহঁতৰ ডাঙৰ ৰজা বুলি বৰ মান-সৎকাৰ কৰিছিল। কুকুৰীয়া (সম্ভৱ কুকুৰমাৰা) হাটত বৰদুৱৰীয়া মানুহে হাট-বজাৰ কৰিছিল আৰু ভৈয়ামৰ ৰাজ্য ডোখৰৰ বাবে অসম-ৰজাক কৰকাটল শোধাইছিল। জয়ন্তীয়াৰ ৰজা-হাটত লোণ কিনি আনি গাৰো বিলাকে কুকুৰীয়াত আন আন বস্তুৰ লগত সলাইছিল। (১০) লুকীৰজা ওঠৰজন ৰজাৰ ভিতৰত আটাইতকৈ প্ৰতিপত্তিশালী আছিল।

কোঁচবেহাৰৰ লক্ষ্মীনাৰায়ণ আৰু কোঁচ হাজো বা কামৰূপৰ ৰজা পৰীক্ষিত নাৰায়ণৰ গৃহকন্দলৰ ফলত মোগলৰ সেনাপতি মকৰম্‌খাঁই ধুবুৰীত গড় মাৰি কামৰূপ দখল কৰিবলৈ আহিল। পৰীক্ষিত নাৰায়ণে এবছৰ যুদ্ধ কৰিও বলে নোৱাৰিলত, পৰীক্ষিত ৰজা বাধ্য হৈ মোগল পাৎশ্যাহৰ শৰণে পশিলগৈ। এই ঘটনা হৈছিল ১৫৩৪ শকত বা ইং ১৬১২ চনত। পৰীক্ষিতে পাছত সাতলাখ টকাৰে ধীৰনাৰায়ণ, দৰ্পনাৰায়ণ, শূৰনাৰায়ণ, ভীমনাৰায়ণ—এই চাৰিউটি পুতেকক দিল্লী পাৎশ্যাহৰ হাতত সমৰ্পণ কৰি কৰতলীয়া স্বৰূপে কামৰূপৰ ৰজা হৈ থাকিবলৈ অনুমতি পাইছিল। কিন্তু দুৰ্ব্বাসনাৰ ফলত ৰাজ্যভোগ কৰিবলৈ নেপালে।

ধুবুৰীতে পোনেই গড় মাৰিছিল যদিও, পৰীক্ষিত ভাগিলত, ১৫৩৭ শকৰপৰা হাজোৰেই মোগলৰ মোকাম হল। চৈয়দ বাবাকৰ নবাব তাতে থাকিল। হাজোৰপৰাই মোগলে অসম দেশত হাঁকুটীয়াবলৈ চল চাই ফুৰিবলৈ ধৰিলে। কামৰূপখন মোগলৰ অধীনলৈ যোৱাৰ পিছতে পৰীক্ষিতৰ ভায়েক বলিনাৰায়ণ আপুনি গৈ স্বৰ্গদেৱ প্ৰতাপসিংহৰ শৰণাপন্ন হলগৈ। বলিনাৰায়ণে এই বুলি কৈ সৰ্গদেৱৰ চৰণত পৰিছিল—

"শ্ৰীশ্ৰীস্বৰ্গদেৱ ঈশ্বৰ, মই বন্দী ৰুদ্ৰেশ্বৰ (মহাদেৱ) ঔৰসজাত কোঁচৰজাৰ সন্তান। বন্দীয়ে মোগলৰ প্ৰতাপত ঠাৱৰিব নোৱাৰি, চক্ৰবৰ্ত্তী ৰাজ সৰ্গদেৱৰ চৰণত শৰণাপন্ন হৈছোঁহি। এতেকে বন্দীক ৰাখিব লাগে।"

প্ৰতাপসিংহ মহাৰজাই ধৰ্ম্মনাৰায়ণ নাম দি ১৫৩৮ শকত বলিনাৰায়ণক দৰং দেশৰ ৰজা পাতিলে আৰু ওঠৰ ৰজাৰ কৰভাৰ লব পৰাকৈ ক্ষমতা অৰ্পণ কৰিলে। ক্ষমতাহে স্বীকৃত হল ; ৰাজ্যৰ কৰকাটল লব-পৰা অধিকাৰ অৱশ্যে সাব্যস্ত কৰিব পৰা নাছিল।

"পিচে সেই ১৫৩৭ শকত চৈয়দ বাবাকৰ নবাবৰ ৰতনচা নামেৰে এটি সদাগৰে দুখনি নাও লৈ আহোমৰ দেশত বেহা-কিনা কৰিছিল। সেই কথা সৰ্গদেৱ প্ৰতাপসিংহই শুনি গৰ্জ্জি উঠিল বোলে, 'মোগলে আবাস কৰি কোঁচৰ ৰাজ্যখন ভাঙিলে। আমাৰ ৰাজ্যখন লবলৈও এতিয়া চল চান্দি ফুৰিছে। এতেকে সিহঁতক পালে কেতিয়াও নেৰিবিহঁক।" সৰ্গদেৱৰ লোকে এই কথা শুনি সদাগৰকো কাটিলে, বস্তুৰেসৈতে নাওদুখনিও ৰাখিলে। সেই কথাই আহোম-বঙালৰ ৰণ হোৱাৰ প্ৰথম সূত্ৰপাত হল। পাছত, যুদ্ধ ডাঙ্গৰকৈয়ে লাগিল। চৈয়দ বাবাকৰ কটা গ'ল। মোগলৰ হাতী ঘোঁৰা অপৰ্য্যাপ্ত অসমৰ হাতলৈ আহিল। আন আন বঙাল যি কটা নগল, সিহঁতক বন্দী-বেটীকৈ ৰাখিলে। দৰং আৰু সাতৰজীয়া, ওঠৰ ৰজীয়া দেশ সমস্তে অসমৰ অধীন হ'ল।

আকৌ হাজোত তুমুল যুদ্ধ আৰম্ভ হ'ল। এইবাৰ আহোমৰ প্ৰায় দুহেজাৰ সৈন্য পৰিল। যুদ্ধ ভাগিল।

১৫৪০ শকত মোগলৰ মীৰ্জ্জানাথুল্লাই বলিনাৰায়ণ বা ধৰ্ম্ম নাৰায়ণক দৰঙ্গতে হেঁচি ধৰিলেগৈ। আহোম সহায় আছিল দেখি মীৰ্জ্জাই বল কৰিব নোৱাৰিলে। যুদ্ধত পৰাস্ত হৈ হাজোতে থাকিলহি।

ইয়াৰ পিছত আকৌ যুদ্ধ আৰম্ভ হ'ল প্ৰায় ১৫৫৮ শকত। সেইবাৰ আহিল মোগলৰ সেনাপতি মীৰ্জ্জাহিনা নবাব। তেওঁৰ লগত সৈন্যৰ পাৰাপাৰ নাছিল। এওঁৰেসৈতে অসমৰ খনদিয়েক বৰ ডাঙৰ ৰণ হ'ল। সেই ৰণত অসমৰ দহ হেজাৰ মানুহ হানি হ'ল। তথাপি, পাণ্ডুতে—শৰাই ঘাটতে অসম-বঙালৰ দুৰ্ব্বাদল যুদ্ধ আৰম্ভ হ'ল। যুদ্ধ উলামূলা নাছিল— "বৰতোপৰ গুম গুম্‌নিত গৰ্ভৱতী স্ত্ৰীৰ গৰ্ভ খহি গৈছিল। লুইতৰ পানী তেজময় হৈছিল।"

হাজোত থাকি অসমৰ লগত যুদ্ধ কৰোতেই মীৰ্জ্জানাথান বা নাথুল্লাই দক্ষিণ কামৰূপ আৰু গাৰোপাহাৰৰ মাজত থকা দেশ খিনিক যুদ্ধ কৰি নিজৰ দখললৈ আনে। সেই যুদ্ধৰ বিৱৰণ 'বাহাৰিস্তান ঘাইবী'ত বৰ পৰিপাটিকৈ লেখা আছে--অৱশ্যে সেই সময়ত যেনেকৈ লেখিব লাগিছিল তেনেকৈ হে।

পাণ্ডু-হাজোতে মোকাম পাতি মীৰ্জ্জানাথানে পলাশবাৰীৰ দক্ষিণে ৰাণীবজাৰ দেশত যি কোঠ মাৰিছিল, সেয়ে আজিও মিৰ্জ্জাপাহাৰ বুলি কথিত আছে। ইয়াৰ আগৰ নাম মাইলাটা আছিল বুলি জনা যায়। *

---

* এই খিনিতে মিৰ্জ্জাপাহাৰ, অঞ্চলত মোগলৰ সৈতে হোৱা ৰণৰ আৰু মিৰ্জ্জাৰ ওচৰত থকা গাওঁ কেইখনমানৰ এটা চমু বৰ্ণনা দাঙি ধৰা হ'ল। বৰ্ণনাটি সংগ্ৰহ কৰিছে উপৰহালী গাৱঁৰ শ্ৰীযুত সৰ্ব্বেশ্বৰ মজুমদাৰে। —**সম্পাদক**

**ৰণৰ বৰ্ণনাঃ**—অসম আক্ৰমণকাৰী মোগল বাহিনীটোৰ মীৰ্জ্জানাথন নামৰ সেনানায়ক এজনে দক্ষিণকূল জয় কৰিবলৈ আগবাঢ়ি আহি বৰ্ত্তমানৰ মিৰ্জ্জা পাহাৰত ( আগৰ নাম মাইলাটা ) এটা দূৰ্গ সজায়। মিৰ্জ্জাৰ অলপ দূৰত থকা বৰ্ত্তমানৰ হালীগাওঁ আৰু মিনাৱীত ( এতিয়া মনিয়াৰী ) আন আন দূৰ্গ সজায়। ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত বৰ্ত্তমানৰ গৰল গৱাঁত আন এটা ঘাটি পাতি হাজোৰ মূলঘাটিৰ লগত পোনপটীয়া সম্বন্ধ ৰক্ষা কৰে। এই গৰলৰ ঘাটিৰ জৰিয়তে মিৰ্জ্জা দূৰ্গ লৈ খাদ্য পাতি সৰবৰাহ কৰা হৈছিল। সেই সময়ত এই অঞ্চলত ৰাজত্ব কৰা সৰু সৰু ৰজা বিলাকে এক গোট হৈ মোগলক বাধা দিবলৈ আগবাঢ়ি আহিল। এই অসমীয়া সেনাবাহিনীৰ নেতৃত্ব কৰিছিল ধৰ্ম্মনাৰায়ণ ৰজাৰ মন্ত্ৰী সুমেৰুকায়থ আৰু ৰজা বলদেৱে। এওঁ-লোক মোগলৰ লগত বাৰে বাৰে যুজিও পৰাস্ত হয়। পিচত অসমৰপৰা অসম ৰজাৰ নাম বিলুপ্ত হোৱাৰ শঙ্কা কৰি এওঁবিলাকে আহোম ৰজাৰ আশ্ৰয় লয়। এই সন্মিলিত বাহিনীয়ে মোগলৰ আটাই কেওটা দূৰ্গকে কেওফালৰপৰা আক্ৰমণ কৰি মোগলক হাবু-ডুবু খুৱায়। পিছে যেতিয়া গোপন প্ৰলোভনত আৱদ্ধ হৈ এই অঞ্চলৰ দুজন ৰজা—ৰাজলক্ষ্মীনাৰায়ণ আৰু মধুসূদনে মোগলক সহায় কৰে তেতিয়া অসমীয়া সেনাবাহিনী পৰাস্ত হয়। এইখন বৰ তয়াময়া ৰণ হৈছিল। তাত অসমীয়া সৈন্যৰ সেনানায়ক সুমেৰুকায়থ, হাতীবৰুৱা, খাৰঘৰীয়াফুকন, অসম ৰজাৰ ছবদাৰ আৰু আন আন ওঠৰ জন পাহাৰী ৰজাৰ কেও পলাব লগীয়া হৈছিল আৰু কেৱো

মিৰ্জ্জা নাথানে ৰংজুলীৰপৰা গুৱাহাটীৰ বামুণ-মৈদাম (বামুণ-ৰজা বলিনাৰায়ণৰ সম্বন্ধীয়) পৰ্য্যন্ত এই ঠাইৰ বহুত ৰজাক বশ কৰিছিল। মিৰ্জ্জানাথনে লেখা 'বাহাৰিস্তান ঘাইবী'ত বহুত নতুন কথাৰ সম্ভেদ পোৱা যায়—ৰংজুলী-যুদ্ধ, ৰাণীৰজা, অঁকবা ৰজা, পশুৰাম ৰাভা, ৰংদনীয়া ৰাভা সুমেৰু কায়থ, নৃসিংহ ৰজা, ৰাউলী খতীয়া ৰজা প্ৰভৃতি বহুতৰ যুদ্ধ কৌশল

বঙালৰ হাতত বন্দী হব লগীয়াত পৰিছিল। তাৰ ভিতৰত সুমেৰুকায়থক সপৰিয়ালে বন্দী কৰাই আনি মীৰ্জানাথানৰ আগত হাজিৰ কৰোৱা হৈছিল। মীৰ্জা-নাথানে হেনো এওঁক বীৰোচিত সন্মান দেখুৱাইছিল।

**গাৱঁৰ বৰ্ণনাঃ**—মিনাৰী দূৰ্গৰ ঠায়েই হৈছে বৰ্ত্তমানৰ মনিয়াৰী ৰঙামাটি। এই খনেই মিৰ্জাৰ দক্ষিণে থকা সৰু পাহাৰ।

মিনাৰী আৰু হালীগাওঁ নাম দুটা মোগলে দিয়া নাম নহয়। গতিকে আমি ধৰি লব পাৰো এই গাৱঁত বহুদিন আগতে মানুহৰ বসতি আছিল। বৰ্ত্তমান এই গাওঁ দুখনত বাস কৰা সৰহ ভাগ বাসিন্দাই মুচলমান। ইয়াৰপৰা বহুতে অনুমান কৰিব খোজে যে এই গাওঁ দুখন যুঁজলৈ আহি ইয়াত ৰৈ যোৱা মুচলমানসকলৰ দিনৰ পৰাহে হয়। বৰ্ত্তমানৰ কোছপাৰা গাওঁখন সেই সময়ত অটব্য হাবিতলী আছিল। যুজঁলৈ আহি ৰৈ যোৱা কোছ সৈন্যই ইয়াত থাকিবলৈ লোৱাৰ ফলতে এই গাওঁ সৃষ্টি হয় আৰু সেই অনুসাৰে নামকৰণ হয়। এই গাৱঁৰ মানুহখিনি গড়মূৰীয়া সত্ৰৰ ৺ চতুৰ্ভূজ দেৱ গোস্বামীৰ শিষ্য।

আজি কালি উপৰহালী গাওঁ বোলা ঠাইখনত তেতিয়া চাৰিটা বংশৰ লোকে বাস কৰিছিল। বংশ কেইটা হল—তালদাৰ, কপিলা, বাদুলী আৰু ওজা। এওঁ-লোক আটাই কেউজনে ৺ চতুৰ্ভূজ দেৱ গোস্বামীৰ শিষ্য হোৱাত কোছ পাৰাত থকা গুৰুৰ ওচৰলৈ শৰণাদি লবৰ কাৰণে সততে অহা যোৱা কৰি থাকিবলগীয়া হৈছিল। কোছ পাৰা আৰু উপৰহালী গাৱঁৰ মাজত থকা (বৰ্ত্তমান সৰপাৰা অঞ্চল) ঠাইখন নানা ধৰণৰ হিংস্ৰ জন্তুৰে ভৰি আছিল। এই জন্তুবোৰৰ ভিতৰত শুৱাৰৰ (গাহৰি) সংখ্যাই বেচি আছিল। এই শুৰাৰৰ পৰাই অবশেষত শুৱাৰপাৰা, শৰপাৰা বা সৰপাৰ নামে এই ঠাইখনৰ নামকৰণ হয়। শৰপহু থকা হাবিতলীৰ পৰাও এই নামকৰণ হোৱা বুলি কব পাৰি। বৰ্ত্তমানৰ বতিয়াপাৰা সৰপাৰাৰে একাংশ।

কোছপাৰা আৰু উপৰহালী গাৱঁৰ মাজৰ অহা-যোৱা বাট দুৰ্গম কাৰণেই গুৰুৱে উপৰহালীৰ বংশ কেইটাক নিজৰ ঠাইতে সৰুকৈ নামঘৰ এটা সাজিবৰ অনুমতি

আৰু দেশ প্ৰেমেৰ সৈতে সমসাময়িক ভৌগলিক পৰিস্থিতিৰ ফট্‌ফটীয়া আভাস পোৱা যায়। মিৰ্জ্জা পাহাৰৰ ওচৰে-পাজৰে আমজং, চমৰীয়া আদি অনেক দামোদৰীয়া-মহাপুৰুষীয়া সত্ৰ আৰু অন্যান্য দেৱালয় আছে।

কামৰূপ-গোৱালপাৰাৰ এই দক্ষিণ অঞ্চলটোত ঐতিহাসিক বীৰসকলে যি অভিনয় কৰিছিল তাক নাট-উপন্যাস-কাহিনী আদিৰে পুনৰ অভিনয় কৰি দেখুৱাব পাৰিলে অসমীয়া সাহিত্য নিশ্চয় আৰু এখোপ ওপৰলৈ উঠিব।

---

দিয়ে। সকুকে নামঘৰ এটা সজা হ'ল। এই নামঘৰ উদ্বোধনৰ প্ৰথমদিনা গুৰুৱে পৌৰোহিত্য কৰি বৰ্ত্তমানৰ গোপাল প্ৰভূক থোৱা ঠাইতে ডাঙৰ চিলিম এটা থাপনা কৰিলে। এই ভাঙৰ চিলিম থাপনা কৰা কথাটোৰ পৰাই এই ঠাইৰ নাম অৱশেষত **'ভাঙুৰীপাৰা' হয়।**

এই ভাঙুৰীপাৰাৰ বৰ্ত্তমানৰ লিখিত নাম উপৰহালী। ১৮২৬ খৃঃত বৃটিছে অসমলোৱাৰ পিছত যেতিয়া "বাহাৰিস্তান ঘাইবীত" নাম ধকা হালীগাওঁ পিয়ল হয়। তেতিয়া হালীগাওঁখনক ৩ খন গাওঁত সৃষ্টি কৰিলে—দহালী, হালীগাওঁ, উপৰহালী-গাওঁ। হালীগাওঁ দুৰ্গৰ পশ্চিমাংশ দ কাৰণে দহালী, পূৰ্ব্বাংশ ওখ বা উপৰ কাৰণে উপৰহালী।"

# ৰাম সৰস্বতীৰ গুৰু মুকুন্দদেৱ

ডঃ মহেশ্বৰ নেওগ

বৈষ্ণৱযুগ আৰু আহোম যুগৰ 'দখিণকোল' বা দক্ষিণকূলৰ মিৰ্জাত অসম সাহিত্যসভাৰ সম্মিলন বহাত আমাৰ মহাভাৰতৰ কবি ৰাম সৰস্বতীলৈ মনত পৰিছে। তেওঁ ভীষ্মপৰ্ব্বৰ পদত দক্ষিণকূলৰ বিখ্যাত বৈষ্ণৱকেন্দ্ৰ আৰু 'ধৰ্ম্মৰ খুটি' বিষ্ণুআতাৰ চমৰিয়াৰ প্ৰশংসা গাইছে,—

কামৰূপ মধ্যে গ্ৰাম নাহিক উপাম।
তাতে গ্ৰাম ভৈলা চমৰিয়া যাৰ নাম ॥

শঙ্কৰদেৱ চলাৰ পিছত মাধৱদেৱ আৰু দমোদৰদেৱৰ হাতত বৈষ্ণৱ ধৰ্ম্মই প্ৰসাৰ লাভ কৰিব লগীয়া হ'ল। এই দুয়োজন বৈষ্ণৱে চাৰিদিশত ধৰ্ম্মৰ গুটি সিঁচিবৰ সচেতন প্ৰয়াস কৰিছিল। দামোদৰদেৱে দক্ষিণত ৰোপণ কৰিলে সন্তভূষণক। সন্তভূষণে এসময়ত মাধৱদেৱৰ ওচৰত অচ্যুত গুৰু, হৰিচৰণ, পুৰুষোত্তম ঠাকুৰ আদিৰে পঢ়িছিল। পিছলৈও এওঁৰ ঠাই গৰৈমাৰি বা পলাশগুৰিলৈ গুৰুজনৰ পুত্ৰ হৰিচৰণ ঠাকুৰ আদি যাওঁতে 'বৰ আদৰ সাদৰ' পাইছিল। কবৈবাৰীৰপৰা গৈ দক্ষিণপাৰৰ মালচাত থাকি মাধৱদেৱৰ ওচৰত ধৰ্ম্মলাভ কৰা কংসাৰিয়ে বৰবিষ্ণু বা দক্ষিণকূলীয়া বৰবিষ্ণু বুলি জনাজাত হৈ গুৰুৰ আজ্ঞাৰে ধৰ্ম্ম প্ৰৱৰ্ত্তায়; "গোটে দেশৰ লোক ভাগি আহে ভকত হবলৈ।" মালচাত নৃসিংহ-যাত্ৰাত নৰসিংহৰ চৰিত্ৰৰ চমক লগোৱা ভাও দি মাধৱদেৱে হেৰেমদ ৰজাৰ নগৰত কিছুদিন ৰৈছিল। তাৰপৰা নাও মেলি

আহোঁতে পিৰিৰ্তে য'তে দৃষ্টি পৈল, ত'তে থান হল পাছলৈ—শিকাৰহাটী, ধোপগুৰি, নপৰা, নহাটী, নবৰি, মৰহটা, জ'টিয়া, জ'জি, গুৱালবৰি, গুৱালহটা, দীঘলকুছি, উৰপোত, কান্দুপুৰ, এইসৱ হল।" কলহী (বা কলসী, আজিকালিৰ 'কুলছি') নৈয়েদি ভটীয়াওঁতে দেখা বৰ চাম গছ এজোপাৰ তলত পিছত চমৰিয়া সত্ৰ পাতিলে ৰবৰিষ্ণু আতাই যেতিয়া মালচা ৰবনৈয়ে সিদিনা পলাশবাৰী খহোৱাৰ দৰে খহাবলৈ ধৰিলে। তাৰ ওচৰতে মহাপুৰুষে দেখা 'মণ্ডলাকাৰ মালা প্ৰায় গাছথুবি'তে হল মালীবাঁৰী সত্ৰ। এই সকলো খিনি সত্ৰৰ ভিতৰত চমৰিয়া হল জাকত জিলিকা ; সেই দেখি ৰামসৰস্বতীৰ ভাষাত তাৰ "নাহিক উপাম"। "দক্ষিণৰ ধৰ্ম্মখুটি" ৰবৰিষ্ণু আতাৰ ঠাই চমৰিয়াৰ সৰস্বতীয় এই দৰে বিশেষভাৱে উল্লেখ কৰাটো বিশেষ মন কৰিব লগীয়া কথা। চমৰিয়াৰ আগৰ নাম আছিল গোৱিন্দপুৰ, ৰবৰিষ্ণু আতাই সত্ৰ পতাৰপৰাহে চমৰিয়া নামে প্ৰসিদ্ধি লাভ কৰিলে। গতিকে, সত্ৰ হোৱাৰ পিছৰ চমৰিয়াকেহে ৰাম সৰস্বতীয়ে উল্লেখ কৰিছে, ই ধ্ৰুপ। বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীঅচ্যুতকান্ত অধিকাৰীৰপৰা পোৱা ৰবৰিষ্ণু আতাৰ চৰিতৰ উদ্ধৃতিত মাধৱদেৱে নাৰায়ণ ঠাকুৰৰ আগত এইদৰে চমৰিয়াৰ মাহাত্ম্য কীৰ্ত্তন কৰিছে মহাপ্ৰলয়ৰ কথা কৈ,—

মহাপ্ৰয়াণত মহাবট যে আছিল।
সেহি বৃক্ষে আসি চামবৃক্ষ উপজিল॥
নৰকাসুৰক বধিবাক লাগি যান্তে।
এহি চাম বৃক্ষ কৃষ্ণদেৱে চৰিলন্ত॥
গৰুড় সত্যভামা কৃষ্ণ ৰহি তিনিজন।
পাঞ্চজন্য শঙ্খ কৃষ্ণে ফুকন্ত সঘন॥
যতদূৰ শঙ্খধ্বনি পথ ভেদিলন্ত।
তত দূৰ চমৰিয়া নাম প্ৰকাশন্ত॥

এনে অলৌকিক 'থানৰ মহিমা'ৰ চলতি সকলো পৱিত্ৰ স্থানৰ বিষয়তে আছে। চমৰিয়া নিকা সংহতিৰ 'চাৰিসত্ৰৰ' এখনি বুলি ক'ব পাৰি। সেইহে ভকতা-বৈষ্ণৱে গায়,

আহোঁতে পিৰিৰ্তে য'তে দৃষ্টি পৈল, ত'তে থান হল পাছলৈ—শিকাৰহাটী. ধোপগুৰি, নপৰা, নহাটী, নবৰি, মৰহটা, জ'টিয়া, জ'জি, গুৱালবৰি, গুৱালহটা, দীঘলকুছি, উৰপোত, কান্দুপুৰ, এইসৱ হল।" কলহী (বা কলসী, আজিকালিৰ 'কুলছি') নৈয়েদি ভটীয়াওঁতে দেখা বৰ চাম গছ এজোপাৰ তলত পিছত চমৰিয়া সত্ৰ পাতিলে বৰবিষ্ণু আতাই যেতিয়া মালচা বৰনৈয়ে সিদিনা পলাশবাৰী খহোৱাৰ দৰে খহাবলৈ ধৰিলে। তাৰ ওচৰতে মহাপুৰুষে দেখা 'মণ্ডলাকাৰ মালা প্ৰায় গাছথুৰি'তে হল মালীবাঁৰী সত্ৰ। এই সকলো খিনি সত্ৰৰ ভিতৰত চমৰিয়া হল জাকত জিলিকা; সেই দেখি ৰামসৰস্বতীৰ ভাষাত তাৰ "নাহিক উপাম"। "দক্ষিণৰ ধৰ্ম্মখুটি" বৰবিষ্ণু আতাৰ ঠাই চমৰিয়াৰ সৰস্বতীয় এই দৰে বিশেষভাৱে উল্লেখ কৰাটো বিশেষ মন কৰিব লগীয়া কথা। চমৰিয়াৰ আগৰ নাম আছিল গোৱিন্দপুৰ, বৰবিষ্ণু আতাই সত্ৰ পতাৰপৰাহে চমৰিয়া নামে প্ৰসিদ্ধি লাভ কৰিলে। গতিকে, সত্ৰ হোৱাৰ পিছৰ চমৰিয়াকেহে ৰাম সৰস্বতীয়ে উল্লেখ কৰিছে, ই ধ্ৰুপ। বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীঅচ্যুতকান্ত অধিকাৰীৰপৰা পোৱা বৰবিষ্ণু আতাৰ চৰিতৰ উদ্ধৃতিত মাধৱদেৱে নাৰায়ণ ঠাকুৰৰ আগত এইদৰে চমৰিয়াৰ মাহাত্ম্য কীৰ্ত্তন কৰিছে মহাপ্ৰলয়ৰ কথা কৈ,—

মহাপ্ৰয়াণত মহাবট যে আছিল।
সেহি বৃক্ষে আসি চামবৃক্ষ উপজিল॥
নৰকাসুৰক বধিবাক লাগি যান্তে।
এহি চাম বৃক্ষ কৃষ্ণদেৱে চৰিলন্ত॥
গৰুড় সত্যভামা কৃষ্ণ ৰহি তিনিজন।
পাঞ্চজন্য শঙ্খ কৃষ্ণে ফুকন্ত সঘন॥
যতদূৰ শঙ্খধ্বনি পথ ভেদিলন্ত।
তত দূৰ চমৰিয়া নাম প্ৰকাশন্ত॥

এনে অলৌকিক 'থানৰ মহিমা'ৰ চলতি সকলো পৱিত্ৰ স্থানৰ বিষয়তে আছে। চমৰিয়া নিকা সংহতিৰ 'চাৰিসত্ৰৰ' এখনি বুলি ক'ব পাৰি। সেইহে ভকতা-বৈষ্ণৱে গায়,

মধুপুৰ কমলাবাৰী থান বৰপেটা ।
দক্ষিণে ধৰ্ম্মৰ খুটি বৰবিষ্ণু আতা ।
অ' থান বৰপেটা ॥

বিৰাটপৰ্ব্ব মহাভাৰতৰপৰা সাহিত্য-বুৰঞ্জী-লেখক দেৱেন্দ্ৰনাথ বেজবৰুৱাই উদ্ধৃতি দিছে —

গ্ৰামমধ্যে সাৰোদ্ধাৰ পচৰিয়া নাম যাৰ
কলিযুগে শ্ৰেষ্ঠ লিখে যাক ।
ব্ৰাহ্মণসকলে নিত ভাগৱত অবিশ্ৰাম
চৰ্চ্চা কৰে পাতিয়া সভাক ॥

ইয়াত 'পচৰিয়া' শব্দটো সম্ভৱতঃ লিপিকাৰৰ প্ৰমাদ-সম্ভূত । মোগল অসমৰ ৰণ-থলী হিছাপে দলিবাৰী পচৰিয়া বুৰঞ্জীত জনাজাত হ'লেও ৰাম সৰস্বতীৰ সময়ত অৰ্থাৎ শঙ্কৰদেৱৰ অব্যৱহিত পিছত এই ঠায়ে ভাগৱত-চৰ্চ্চাৰ কেন্দ্ৰৰূপে খ্যাতি লাভ কৰাৰ কথা আমাৰ জ্ঞাত নহয় । গতিকে 'পচৰিয়া'ৰ ঠাইত 'চমৰিয়া' পাঠহে সুখকৰ হ'ব । তদুপৰি ইয়াৰ "সভা" হ'ল নিজ মৌলিক অৰ্থাৎ 'সত্ৰ' ; আৰু 'ব্ৰাহ্মণসকল' শব্দই সত্ৰৰ ভাগৱতীলৈ টোৱাঁইছে বুলিলে অৰ্থ-বিষঙ্গতি নহ'ব যেন পাওঁ । কবিপুত্ৰ গোপীনাথৰ উল্লিখিত পাটচৌৰা চিনাকোণা গ্ৰাম কবিৰ পিতৃ কবি-চূড়ামণিৰ নে ভীমসেনৰ আদিস্থান হ'ব পাৰে । কিন্তু তেওঁ পিছত চমৰিয়াৰ গ্ৰামেশ্বৰ অৰ্থাৎ ভূঞা হয় ; আৰু কবিৰ নিজৰ ঠাই হল চমৰিয়া । ৰাম সৰস্বতী বলিনাৰায়ণৰ বা ধৰ্ম্মনাৰায়ণৰ দৰঙী ৰাজ্যলৈ যোৱাত পুনৰ পাটচৌৰা বা চিনাকোণাতে গৈ বসতি কৰা অসম্ভৱ নহয় । মাজডোখৰত তেওঁ ৰঘুদেৱনাৰা য়ণৰ বিজয়নগৰতো থাকি কবিতা ৰচনা কৰিছিল ।

নৰনাৰায়ণৰ "সভাতেই শঙ্কৰদেৱৰ অনুজ্ঞাক্ৰমে কবিবৰ ৰাম সৰস্বতীয়ে বিশাল মহাভাৰত পদত ভাঙিবলৈ আদেশ পায়" বুলি ডক্টৰ বাণীকান্ত কাকতিদেৱে লিখিছে । কবিয়ে নিজে বনপৰ্ব্বত লিখিছে —

গৌড় কামৰূপে যত পণ্ডিত আছিল ।
সৱাকো আনিয়া শাস্ত্র দেৱান পাতিল ॥
কবিসবে শাস্ত্র বখানন্ত সদা তাত ।
আমাকো নিয়ায়া থৈয়া আছন্ত সভাত ॥

সম্ভৱতঃ তেওঁ তেতিয়া কোচবেহাৰ চহৰত নাছিল ; আৰু পাটচৌৰা বা চমৰিয়াৰ ঘৰৰপৰাইহে পণ্ডিত জানি তেওঁক নিওৱা হয় এই "শাস্ত্র-দেৱান" বা "ধৰ্ম্মনীতি পুৰাণ ভাৰত শাস্ত্র যত"ৰ বিচাৰ-সভালৈ । এই প্ৰসঙ্গতে সৰস্বতীয়ে একান্ত বৈষ্ণৱসকলৰ লগতে "প্ৰণামো মুকুন্দদেৱ সাধুমধ্যে সাৰ" বুলি এজন মুকুন্দদেৱক প্ৰণাম জনাইছে । সাহিত্য-বুৰঞ্জীলেখক দেৱেন্দ্ৰনাথ বেজবৰুৱাই তেওঁক শুক্লধ্বজৰ পুত্ৰ বুলি ভাবিছে ; প্ৰকৃত পক্ষে, কবিয়ে উদ্যোগপৰ্ব্বত স্পষ্টকৈয়ে "দেৱ ধৰ্ম্ম মৰমৰ গুণে" সকলোকে কন্দুৱাই পৰলোক হোৱা ৰঘুদেৱৰ প্ৰথম পুত্ৰ মুকুন্দদেৱৰ উল্লেখ কৰিছে । বনপৰ্ব্বৰ বাক্যশা-ৰীয়ে ধৰ্ম্মশীল এওঁকে ইঙ্গিত কৰা বুলি এক প্ৰকাৰে ধৰিব পাৰি । বিজয়-বনপৰ্ব্বত কবিয়ে আকৌ "মুকুন্দদেৱৰ চৰণে" প্ৰণাম কৰিছে ; তেৱেঁ কবিক ভাৰতচন্দ্ৰ আৰু কবিচন্দ্ৰ নাম ( উপাধি ) দিয়ে । তদুপৰি, বনপৰ্ব্বৰ ঠায়ে ঠায়ে তেওঁ নিজকে "মুকুন্দ-কিঙ্কৰ" বুলি আখ্যা দিছে । ইয়াৰপৰা ইমানকে নিৰ্ণয় কৰিব পাৰি, বনপৰ্ব্বৰ মুকুন্দদেৱ কবিৰ গুৰু আছিল । কবি বৈষ্ণৱ ; তেওঁ শ্ৰীমন্ত শঙ্কৰকো "আপুনি ঈশ্বৰ" বুলি লৈছে । গতিকে, মুকুন্দদেৱ নৱবৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰক আছিল বুলি বুজিব পাৰি ।

এই মুকুন্দদেৱ কোন ? ইয়াৰ সমিধান দিবলৈ কোনো লেখকে যত্ন কৰা দেখা নাই ।

কথা-গুৰুচৰিতৰপৰা দেখা যায়, মাধৱদেৱৰ শেষ কালত কোচবেহাৰত থকাত মুকুন্দ আতৈ নামে এজন ভকত তাৰ হাটীত আছিল । লক্ষ্মীনাৰায়ণ ৰজাই কেৱলীয়া জীৱন ভাল নুবুলি দেশৰ সন্ত-মহন্তৰ ওপৰত মাধৱদেৱক অধিকাৰ পতাৰ সময়ত মাধৱদেৱে হৰিহৰ আতা, মুকুন্দ আৰু জনাৰ্দ্দন আতৈলৈ আঙুলিয়াই বিয়া কৰিবলৈ ধৰিছিল । মুকুন্দ আতৈয়ে বোলে, "বাপ, তোম্রাৰ লগতে আমাৰ আদবয়স গ'লহি । নামধৰ্ম্মতে ৰাখিবৰ ছাৰি

বিষয়-বিষত পেলাই মাৰে !"  তেওঁ বিয়া নকৰালে। সম্ভৱতঃ, ইয়াৰ আগতেই তেওঁৰ বিয়া হৈছিল, কিন্তু পুত্ৰ-সন্তান চাৰিটি মৰে। এওঁৰ পত্নীৰ নাম হৰিগতি, ভগৱান গুৰুৰ (ভগৱানদেৱ, দামোদৰদেৱৰ আজ্ঞাপৰ আচাৰ্য্য ?) বায়েক। এইজনা মুকুন্দদেৱেই ৰাম সৰস্বতীৰ গুৰু হোৱা সম্ভৱ যেন লাগে। এওঁ কোচবেহাৰত থকাতে বা পিছত ৰাম সৰস্বতীয়ে তেওঁৰপৰা ধৰ্ম্ম গ্ৰহণ কৰে বুলি ধৰিব পাৰে।

বৰপেটা সত্ৰৰ এমাইলমান পূবলৈ বাৰাদি সত্ৰ, বাৰাদিৰ পূবফালে কেওটকুছি সত্ৰ। এইখনি দামোদৰী সত্ৰৰ প্ৰতিষ্ঠাপক হ'ল মুকুন্দদেৱ। এওঁ বৈকুণ্ঠনাথ কবিৰত্ন অৰ্থাৎ ভট্টদেৱৰ ককায়েক জয় সৰস্বতীৰ পৌত্ৰ, আৰু বাসুদেৱ বিদ্যানিৱাসৰ পুত্ৰ। গতিকে বয়সত দেখাতে সৰু এইজনা মুকুন্দদেৱ সম্ভৱতঃ ৰাম সৰস্বতীৰ গুৰু নহয়। এই মুকুন্দদেৱে ভট্টদেৱৰ জীৱিত কালত বোধহয় সত্ৰ পতা নাছিল। ৰাম সৰস্বতীয়ে দামোদৰদেৱ বা ভট্টদেৱৰ নাম ক'তো উল্লেখ কৰা নাই; আৰু সিসকলৰ ফালে বিশেষ ইঙ্গিতো কৰা নাই।

মধুপুৰৰ ভকত মুকুন্দ আতৈয়ে ক'ৰবাত সত্ৰ স্থাপন কৰিছিলনেকি জনা নাযায়। তদুপৰি এইজনা মুকুন্দ আতৈয়ে শঙ্কৰদেৱৰ দিনতে ধৰ্ম্ম গ্ৰহণ কৰিছিলনেকি তাকো জনা নাযায়। কিন্তু ৰাম সৰস্বতীয়ে শঙ্কৰদেৱ আৰু মুকুন্দদেৱৰ নাম মাত্ৰ উল্লেখ কৰি মাধৱদেৱৰ উল্লেখ নকৰাৰপৰা (অৱশ্যে আমি ৰাম সৰস্বতীৰ সকলো পুথি পাইছোঁ বুলি এতিয়াও ক'ব নোৱাৰোঁ) শঙ্কৰদেৱৰ শিষ্য মুকুন্দদেৱ আৰু মুকুন্দদেৱৰ শিষ্য আমাৰ কবি বুলি ভাবিবৰ থল আছে। কুলাচল-বধৰ শেষত সৰস্বতীয়ে দিয়া তলৰ কথাখিনিৰ মাজতে ("হেনয় মহন্ত"ৰ আগতে) সম্ভৱতঃ কিছু কথা পৰি যোৱাত অসংলগ্ন যেন লগা হৈছে। এই অংশৰ সম্পূৰ্ণ পাঠ উদ্ধাৰ হ'লে হয়তো বহুত লুকাই থকা কথা ওলালহেঁতেন; নহ'লেবা "হেনয় মহন্ত" এই কথাষাৰৰ অৰ্থ সঙ্গতি "এনে উত্তম মহন্ত যে" (মোক আনি মহাভাৰতৰ পদ কৰিবলৈ ক'লে)—এইভাৱে ঘটাব লাগিব। এনে ধৰণৰ প্ৰয়োগ ৰাম সৰস্বতীৰ ৰচনাত স্থানান্তৰতো দেখা পোৱা যায়।

শ্ৰীমন্ত শঙ্কৰ আপুনি ঈশ্বৰ
নৰৰূপে জাত ভৈলা ।
তাহাক নসহি ব্ৰাহ্মণসকলে
ৰাজ-আগে খল দিলা ॥

আমাৰ জীৱিকা মান্য-ভঙ্গ হৰে
এহি মনে বৰ ভয় ।
এহিসে কাৰণে ইটো বিপ্ৰসৱে
শঙ্কৰক নসহয় ॥

হেনয় মহন্ত নৰনাৰায়ণ
নৃপতিত শ্ৰেষ্ঠতৰ ।
আমাৰে আনিয়া আজ্ঞা কৰিলন্ত
পদ কৰা ভাৰতৰ ।

কিন্তু এজন লেখকে এই কেইফাঁকি কথা অপ্ৰাসঙ্গিক আৰু প্ৰক্ষিপ্ত বুলি বোধ কৰিছে । এই বোধ কৰাৰ যুক্তি অৱশ্যে দিয়া হোৱা নাই । পুৰণি অসমীয়া কাব্যৰ কোনোটো ভণিতা বা উপদেশেই উপস্থিত বিষয়-প্ৰসঙ্গৰ অঙ্গ নহয় ; সিবিলাক “আঁচফুল”হে, “ৰিহাগাৰি” নহয় । যি সকলে শঙ্কৰদেৱক প্ৰত্যক্ষ বা পৰোক্ষে গুৰু মানিছিল, তেওঁলোকে তেওঁক “আপুনি ঈশ্বৰ” বা “মহাপুৰুষ” ( অৰ্থাৎ পৰম পুৰুষ ভগৱন্ত ) বুলিও মানিছিল । বনপৰ্ব্বৰ আদিতে থকা তলৰ কথাখিনিয়ে ৰাম সৰস্বতী যে বৰ্ণ-বিচাৰ-ৰহিত একান্ত ভক্তানুৰক্ত সেই কথাৰ স্পষ্ট ইঙ্গিত দিয়ে ।

গুৰুৰ চৰণ মনে কৰি শিৰোগত ॥
একান্ত বৈষ্ণৱ যত আছে ব্ৰহ্মাণ্ডত ।
প্ৰণাম কৰিয়া সৱাহাৰ চৰণত ॥
বিৰচিবো ভাৰতৰ বিচিত্ৰ পয়াৰ ।
প্ৰণামো মুকুন্দদেৱ সাধুমধ্যে সাৰ ॥

বঘাসুৰ বধৰ মাজত নৰনাৰায়ণৰ ৰাজ্যত থাকি 'অপ্রমাদে মহাসুখে' পদ ৰচনা কৰাৰ কথা আৰু নন্দসুত অৱতাৰৰ কথা কৈ সৰস্বতীয়ে লিখিছে,

প্রণামিয়া গুৰুপাৱে ৰচিলো পয়াৰ আমি
সেহি কৃষ্ণে যেন মতি দিলা ॥
শ্রীমন্ত শঙ্কৰ নামে আছন্ত মহন্ত এক
জম্বুদ্বীপে বৈষ্ণৱত সাৰ ।

নৃপতিৰ ছোট ভাই শুক্লধ্বজ নামে ৰজা
ভাগৱত শাস্ত্রে মন যাৰ ॥
শঙ্কৰক গুৰু মানি মহা ভাগৱত শুনা
আবো কৰা ভাৰত শ্রৱণ ।

এই ভাৱে ৰাম সৰস্বতীয়ে বাৰে বাৰে প্রৱল শঙ্কৰ-অনুৰক্তি প্রকাশ কৰিছে । তেওঁ শঙ্কৰদেৱৰ উপাচ্ছায়াৰ মাথোঁ নহয়, প্রচ্ছায়াৰ ভক্ত কবি । সেইহে তেওঁ শঙ্কৰদেৱক 'আপুনি ঈশ্বৰ' আৰু জম্বুদ্বীপৰ বৈষ্ণৱ-শ্রেষ্ঠ বুলিবৰ প্রয়াস পাইছে । দামোদৰদেৱে ভট্টদেৱক ভাগৱতৰ কথা-বন্ধ কৰিবলৈ কওঁতে শঙ্কৰদেৱক "মহাপুৰুষ" বুলিহে উল্লেখ কৰিছে । ভট্টদেৱেও তেওঁৰ দশম স্কন্ধত "সন্ত মহন্ত মহাগুণৱন্ত শ্রীশঙ্কৰে শ্রীভাগৱতত পয়াৰ কৰি লোক-ভক্তি-পন্থ প্রৱৰ্ত্তাইলা" বুলি শ্রদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছে । দামোদৰ-দেৱৰ ফালৰ "গোপাল গুৰু"ৰ শিষ্য গোপালচৰণে "আমাৰ বান্ধৱ-বন্ধু শ্রীমন্ত শঙ্কৰ" আৰু "সিটো মহাপুৰুষৰ মঞি কি মহিমা কহিবো অল্প ব্রাহ্মণ হৈয়া" বুলি ভক্তিত অভিভূত হৈছে । ভট্টদেৱৰ শিষ্য দামোদৰ দাসে তেওঁৰ শল্যপৰ্ব্বৰ পদত একেলগে "শঙ্কৰ মাধৱ ৰাম দামোদৰৰ" নাম উচ্চাৰণ কৰিছে । ৰামানন্দ দ্বিজে তেওঁৰ গুৰুচৰিতত শঙ্কৰদেৱ যে ঈশ্বৰহে, তাক প্রতীয়মান কৰিবৰ নানাভাৱে যত্ন কৰিছে । এইবোৰৰপৰা সেইকালৰ উদাৰ বৈষ্ণৱসকলৰ মাজত ভেদভাৱ নাছিল বুলি সহজে অনুমান হয় । এনে স্থলত কুলাচল-বধৰ ভণিতাটি কিয় প্রক্ষিপ্ততাৰ দোষত অভি-

যুক্ত হ'ল সিহে বিস্ময়ৰ বিষয়। ওপৰৰ আলোচনাৰপৰা যি দেখা যায় শঙ্কৰদেৱ গোপালচৰণৰ দৰে ৰাম সৰস্বতীৰো "বান্ধৱ বন্ধু" অৰ্থাৎ গুৰুৰ গুৰু। এনেভাৱে চালে মধুপুৰ সত্ৰত থকা মুকুন্দ আতৈয়েই তেওঁৰ "নিজ-গুৰু" বুলি অনুমান কৰিব পাৰি।

---

# অসমীয়া সাহিত্যৰ দুবছৰ

[ ১৯৫৯—'৬০ চন ]

যোগেশ দাস

[ দুবছৰত প্ৰকাশিত কিতাপ-পত্ৰই অসমীয়া সাহিত্যৰ ভিতৰ চ'ৰাৰ আভাস দিব পাৰে নে-কি মই চাব খুজিছোঁ। দুবছৰ মোটা-মুটিকৈহে ধৰিছো ; ১৯৫৯ চনটো ধৰি ১৯৬০ চনৰ ছেপ্টেম্বৰ মাহ মানলৈকে—অৰ্থাৎ এই প্ৰবন্ধ লিখা সময়লৈকেহে লেখ লৈছো। সকলো কিতাপৰ লেখ যে লব পাৰিছো, এনে কথা ন-দি কব নোৱাৰো ; কাৰোবাৰ উল্লেখযোগ্য কিতাপ যদি মোৰ চকুত নপৰাকৈ ৰৈ গৈছে তাৰ বাবে ক্ষমাহে খুজিলো। আন হাতে চকুত পৰা সকলো কিতাপো এই জৰীপৰ অন্তৰ্ভূক্ত হোৱা নাই ; কাৰণ ছপা হোৱা সকলো কিতাপকে উল্লেখযোগ্য বুলি ধৰিব নোৱাৰি। ]

আমাৰ ভাষাত যোৱা দহ বছৰ মানৰপৰা কিতাপ ছপোৱাৰ পৰিমাণ খুব বাঢ়িছে বুলি সকলোৱে অনুভৱ কৰে, চকুৰেও দেখিছে। সেইটোৱে ইয়াকে সূচায় যে অসমত শিক্ষাৰ বিস্তাৰ হৈছে, ছপা আখৰৰ জৰিয়তে ৰস আৰু জ্ঞানৰ প্ৰতি মানুহৰ আগ্ৰহ বাঢ়িছে, সেই অনুসৰি ন-ন প্ৰকাশন প্ৰতিষ্ঠান গঢ়ি উঠিছে অথবা আগৰবিলাকৰ কাৰ্য্য-কলাপ বৃদ্ধি হৈছে। ইয়াৰ লগে লগে আমি সুখেৰে লক্ষ্য কৰিছো যে এই দহ বছৰত ভালে কেখন উল্লেখযোগ্য গ্ৰন্থ আমাৰ ভাষাত প্ৰকাশিত হৈছে যাক লৈ আমি গৌৰৱ কৰিব পাৰো। কিন্তু এইটো কথাও ঠিক যে বিশ্ব-সাহিত্যৰ শাৰীত ঠাই পাব পৰা কিতাপ আমাৰ ভাষাত ওলাইছে নে নাই সেইটো জানিবলৈ

আমাৰ এতিয়াও বাকী। হিন্দী আৰু ইংৰাজীলৈ সময়ে সময়ে আমাৰ সাহিত্য সামান্য ভাৱে হলেও অনুদিত হৈ আছে—ইয়াৰ ভিতৰত উপন্যাস, গল্প, কবিতা আদি আছে; তাৰ মানে, অসমীয়া সাহিত্যই অসমৰ বাহিৰতো বহল পাঠক-ক্ষেত্র এখন পাইছে; বিশ্বৰ সাহিত্য সভাত আমাৰ সম্মিলিত আসন লাভ হলে এইবিলাকৰ জৰিয়তেই আমি জানিব পাৰিম।

আলোচ্য দুটা বছৰেও—১৯৫৯ আৰু ১৯৬০ একে ধৰণৰ এখন ছবিকে দাঙি ধৰিছে, এখনি আমোদজনক আৰু আশাপ্রদ ছবি কিন্তু সম্পূর্ণ সন্তোষজনক নহয়; আমাৰ বাট এতিয়াও বহুত বাকী। বিশুদ্ধ সাহিত্য বুলিলে আমি সাধাৰণতে কবিতা, নাটক, গল্প, উপন্যাসকে বুজো; বাকী বিলাকক সমালোচনা-সাহিত্য, ভ্রমন-সাহিত্য, বুৰঞ্জী-সাহিত্য আদি বিবিধ নাম দিওঁ। প্রথম বিধ বেছি জনপ্রিয়ও, গতিকে এই বিধৰ কিতাপ-পত্র প্রকাশো হয় বেছি। কিন্তু এই দুবছৰত এই বিধৰো উল্লেখযোগ্য কিতাপ আঙুলিৰ মূৰত লেখিব পৰা। মহেশ্বৰ নেওগৰ 'সঞ্চয়ন' (সাহিত্য একাডেমি), হেম বৰুৱাৰ 'বালিচন্দা' (লয়াৰ্ছ) আৰু অসম ৰাষ্ট্রভাষা প্রচাৰ সমিতিৰ 'পন্ত অৰিহণা'ৰ বাহিৰে যি কেইখন খুদ খুদ কবিতা-সংকলন প্রকাশিত হৈছে সেই কেখনত ব্যক্তিত্বৰ ছাপ বা আন বৈশিষ্ট্য প্রায় দেখা নেযায়। অৱশ্যে আমি মনত ৰাখিব লাগিব যে এই সৰু সৰু কবিতা পুথি কেখনৰ লিখক-সকলৰ প্রায়েই কম বয়সৰ; তেওঁলোকে কবি-জীৱন আৰম্ভ কৰিছেহে; সেই কাৰণে অগ্রজসকলক সাধাৰণতে তেওঁলোকে অনুসৰণ কৰিছে—যেনে ৰাম ভাগৱতীৰ "ভগা হিয়াৰ কঁপনি" আৰু কমলেশ্বৰ চেতিয়াফুকনৰ "তৃপ্তি" যেনে "প্রাণৰ উকি"'ত সুজাম্মিল আলিয়ে নজৰুল ইচলামৰ দ্বাৰা প্রভাৱান্বিত হৈছে। কিন্তু নগেন বৰাক "আধামেলা ফুল"ত অগ্রজ কবিয়ে প্রভাৱান্বিত কৰা নাই যদিও মহৎ কবিসকলৰ সৈতে তেওঁৰ ভাৱৰ মিল আছে; তেওঁ ক্ষুদ্র, সৰল সৌন্দর্য্যত মোহিত। বয়সত অগ্রজ এম, মফিজুদ্দিন আহমদৰ নিভাঁজ, সৰল ভাষাত লিখা "আহুতি"ৰ কেইটামান কবিতাত আধ্যাত্মিক অনুভূতি ব্যক্ত হৈছে আৰু এইবোৰত "জ্ঞান-মালিনী"ৰ জনা মফিজুদ্দিন আৰু ৰবীন্দ্রনাথৰ দৰে স্বাৰ্থবোধক ভঙ্গী গ্রহণ কৰা হৈছে; তেওঁৰ ভাৱ আৰু অনুভূতিৰ গভীৰতাই নিশ্চয় বহুতক আকর্ষণ কৰিব।

যি চাম ডেকা লিখকক সাধাৰণতে "আধুনিক কৱি" বুলি আখ্যা দিয়া হয় তেওঁলোকৰ ভিতৰত কেৱল হেম বৰুৱাবহে অকলশৰীয়া সংকলন প্ৰকাশিত হৈছে—উল্লেখযোগ্য যে "বালিচন্দা"ৰ কৱিজন আধুনিক অসমীয়া কাব্য আন্দোলনৰ এজন আগৰণুৱা। এই চামক প্ৰতিনিধিত্ব কৰা সংকলন মহেন্দ্ৰ বৰা সম্পাদিত "নতুন কৱিতা"ৰ আগে-পিচে যুটীয়া বা অকলশৰীয়া এনে নতুন কৱিতাৰ সৰু সৰু সংকলন ওলাইছে, যদিও সংখ্যাত তাকৰ। এইবোৰ কৱিতাৰ কঠিয়া-তলি আলোচনী বিলাকত তেওঁলোকৰ বাহিৰে আনৰ কৱিতা প্ৰায় প্ৰকাশ নহয়েই বুলিব পাৰি। তথাপি তেওঁলোকৰ মাজৰ পৰা মাত্ৰ এজনৰ এটি সংগ্ৰহহে ওলোৱাৰ কাৰণ কি? টি-এছ ইলিয়টে এটা পৰামৰ্শ দিছে যে ডেকা-কৱিসকলক বৰ বৰ ব্যৱসায়ী প্ৰতিষ্ঠানত কম-সময়-কাম-কৰা চাকৰি দিব লাগে। তাৰ মানে ভাত-কাপোৰৰ কাৰণে তেওঁলোকে যেন বেছি চিন্তা কৰিব নেলাগে; তাৰ মানে কৱিতা-পুথিৰ বিক্ৰী কম। তাৰ মানে কৱিতা কম মানুহে পঢ়ে? হয়তো কিছুদূৰ সেয়ে সত্য, কিন্তু সম্পূৰ্ণ সত্য নহয়। এই শ্ৰেণী কৱিতা আমাৰ সাহিত্যত এটা নতুন পৰীক্ষা আৰু এই কৱিতাৰে আমি বহিঃবিশ্বক আকোৱালি লবলৈ গৈছো। সৰ্ব্ব-সাধাৰণৰ মাজত গৃহিত হবলৈ ইয়াৰ এতিয়াও বাকী—স্বপ্ৰতিষ্ঠাৰ কাৰণে এই কৱিতাই সংগ্ৰামো কৰিব লগা হৈছে। এই শ্ৰেণীৰ কিছুমান—সৰহ ভাগ—কৱিতাৰ যি বৌদ্ধিক আবেদন তাক উপভোগ কৰিবলৈকো সৰ্ব্ব-সাধাৰণ পাঠক হয়তো প্ৰস্তুত হোৱা নাই। নতুবা মেলাৰ্মেই আশা কৰা মতে কৱিতা এটা পঢ়ি উঠি কিহৰ বিষয়েনো লিখিছে তাক আৱিষ্কাৰ কৰি আনন্দ লভাৰ ধৈৰ্য্য বা অৱসৰ হয়তো ব্যস্ত মানুহৰ নাই। আন হাতে পুৰণি সংস্কাৰ মানুহে সহজে এৰিব নোখোজে। নতুন কৱিতাৰ অভিনৱ ছন্দ বৈচিত্ৰ্য, নতুন প্ৰকাশ-ভঙ্গী, নতুন পৃথিৱীৰ আশা বা নৈৰাশ্যৰ জটিলতা যি ইয়াত ব্যক্ত হয় তাত হয়তো সংস্কাৰাচ্ছন্ন মানুহে 'চিনাকি চিনাকি গোন্ধ' নেপায়—যিটো আমি পাওঁ আৰু পাওঁ কাৰণে এই কৱিতা পঢ়ো। "বালিচন্দা"ত হেম বৰুৱাৰ চিৰ পৰিচিত আশাবাদী সুৰ আৰু জীৱন-সংগ্ৰামৰ ধ্বনি বাজি উঠা কেবাটাও কৱিতা অন্তৰ্ভুক্ত হৈছে। অকল সেয়ে নহয়, বিচিত্ৰ জীৱনৰ বিচিত্ৰ সৌন্দৰ্য্য চিত্ৰিত হৈছে—'মমতাৰ চিঠিৰ' বেদনাৰ

মধুৰ প্ৰকাশ, প্ৰায় সকলো কৱিতাতে উপযুক্ত শব্দ বাছনিৰ নিদৰ্শন ফুটি উঠিছে আৰু প্ৰকাশ-ভঙ্গীত সংযম উপলব্ধি হৈছে। দুজন ডেকা-কৱিয়ে— পূৰ্ণ বৰুৱা আৰু বদন বৰা—যুটীয়াকৈ উলিওৱা সৰু সংগ্ৰহ এটিত কোমল ভাষাৰে, নতুন নতুন কল্পচিত্ৰৰে কেইটিমান মনোৰম কৱিতা লিখিছে। ডঃ নেওগৰ "সঞ্চয়ন"ত আদিৰ পৰা আজিলৈকে অসমীয়া কাব্য সাহিত্যক সামৰি প্ৰতিনিধিমূলক কৱিতা বা কৱিতাংশ অন্তৰ্ভুক্ত হৈছে। ইয়াত মাধৱ কন্দলিৰ পৰা দুতিৰাম হাজৰিকা আৰু বিশ্বেশ্বৰ বৈদ্যাধিপলৈকে, ভোলানাথ দাসৰ পৰা হোমেন বৰগোহাঞিলৈকে কৱিৰ কৱিতা দিয়া হৈছে। সাহিত্য একাডেমিৰ নিচিনা অনুষ্ঠানৰ তত্বাৱধানত ওলোৱা আৰু চাৰি শতাধিক পৃষ্ঠা জোৰা এই বিৰাট সংগ্ৰহটো নিশ্চয় যোৱা দুবছৰৰ এখন উল্লেখযোগ্য গ্ৰন্থ। সম্পাদকে অনুভৱ কৰিছে যে "ব্যক্তিগত পক্ষপাতৰ দোষৰ পৰা" তেওঁ মুক্ত নহয়, কাৰণ তেওঁ "সকলো কাব্যাস্বাদীৰ প্ৰিয় কৱি আৰু কৱিতা ভৰাই দিয়াৰ উৎকট চেষ্টা" কৰা নাই। দুই-এজন অখ্যাত কৱিক ইয়াত ঠাই দিয়া হৈছে, হওক আমাৰ আপত্তি নাই, কিন্তু দুই-এজন খ্যাতি-থকা কৱিক বাদ দিয়াৰ থল নাছিল; সেয়ে হোৱা হলে সংকলনটোৱে পূৰ্ণতৰ ভাৱে প্ৰতিনিধিত্বৰ দাবী কৰিব পাৰিলেহেতেন। অৱশ্যে বাদ পৰাৰ সংখ্যা সামান্য ; প্ৰায় সকলো অসমীয়া কৱিৰে কৱিতা ইয়াত আছে। তদুপৰি পাতনিত সম্পাদকে অসমীয়া কাব্যৰ ইতিহাস, লক্ষণ, নতুন ধাৰা আদিৰ দীঘলীয়া আলোচনা কৰিছে; কৱিসকলৰ চমু জীৱনী সংগ্ৰহত সম্পাদকৰ শ্ৰমৰ চিন বৈ গৈছে। "পন্থ অৱিহণা" হৈছে প্ৰখ্যাত হিন্দী কৱি সুমিত্ৰানন্দন পন্তৰ বছা বছা কৱিতাৰ অসমীয়া কৱি-কৃত অনুবাদ গ্ৰন্থ; কৱিৰ জন্মদিন উপলক্ষে এই সংকলন উলিওৱা হয়। হিমালয়ৰ পাদদেশবাসী এই কৱিজনৰ পৰিচয় আৰু তেওঁৰ ছায়াবাদী তথা মানৱতা-সচেতন কৱিতাৰ অসমীয়া ছন্দানুবাদ অসমীয়া হৰফত হিন্দী আৰু অসমীয়া উভয় ভাষাত দিয়া হৈছে। হিন্দী কাব্যৰ লগত এই গ্ৰন্থৰ জৰিয়তে আমাৰ সম্পৰ্ক আৰু পৰিচয় ঘটাত সহায় হব। কৱিতাৰ নতুন পুথি আৰু যোৱা দুবছৰত চকুত পৰা নাই। মাত্ৰ মফিজুদ্দিন আহমদ হাজৰিকাৰ "জ্ঞান মালিনী", ৰত্নকান্ত বৰকাকতিৰ "শেৱালি" আৰু দেৱকান্ত বৰুৱাৰ "সাগৰ দেখিছা" দ্বিতীয় বাৰৰ কাৰণে

প্ৰকাশিত হৈছে। কৱিতাৰ বিভাগতে নৱকান্ত বৰুৱাৰ "মনৰ খবৰ", যোগেন দাসৰ "সুৰৰ ছন্দ" আৰু মুক্তিনাথ শৰ্ম্মা বৰদলৈৰ "গুণ গুণ" নামৰ গানৰ সংকলন কেইখনৰ কথা উল্লেখ কৰিব পাৰি। আধুনিক, বনগীত, ভাটিয়ালী, গল্প-গীতি আদিৰ ৰচনা যোৱা দশকটোত খুব বাঢ়িছে; তাৰেই উপযুক্ত লক্ষণ ওপৰোক্ত সংকলন কেইটি। এইবোৰৰ কিছুমান গীত বেছ জনপ্ৰিয় আৰু প্ৰশংসনীয় হৈছে।

গল্প আৰু উপন্যাস আন দেশৰ দৰে আমাৰ সাহিত্যৰো আটাইতকৈ জনপ্ৰিয় অঙ্গ। কিন্তু যোৱা দুবছৰত এই দুবিধৰ অজস্ৰ কিতাপ ওলোৱা নাই, বা উল্লেখযোগ্য কিতাপো সৰহ নহয়। "সাধনা", "জীৱনৰ বাটত", "অসীমত যাৰ হেৰাল সীমা", "চাকনৈয়া", "মনৰ দাপোন" আদিৰ নিচিনা নাম-যশ বা জনপ্ৰিয়তা থকা উপন্যাস ৰৰ বেছি ওলোৱা নাই। ৰাস্না বৰুৱাৰ "সেউজী পাতৰ কাহিনী" (চপলা) নিসন্দেহে এখন লেখৰ উপন্যাস। চাহ বাগিচাৰ বনুৱাৰ জীৱন ইয়াত সজীৱকৈ ফুটাই তোলা হৈছে। ভাষা প্ৰয়োগৰ কৌশলৰ উপৰি চনিয়া নামৰ গুৰু-গোসাঁই নমনা অথচ নিকৰুণ জীৱন যাপন কৰা ছোৱালীজনীৰ কথা অবিস্মৰণীয় হৈছে। নৰেশ্বৰ চৰিত্ৰৰ জৰিয়তে কৃষিপ্ৰধান গাওঁ আৰু চাহবাগিচাৰ ঔদ্যোগিক জীৱনৰ সংঘৰ্ষ ফুটি উঠিছে। চৈয়দ আব্দুল মালিকৰ "সূৰুযমুখীৰ স্বপ্ন" (শৰালি প্ৰকাশ), "জীয়া জুৰিৰ ঘাট", "মাটিৰ চাকি"ৰ ভিতৰত প্ৰথমখনো এখন লেখৰ উপন্যাস হৈছে; বাকী দুখন আমি এই প্ৰবন্ধ লিখালৈকে পঢ়া নাই। সূৰুয-মুখীৰ স্বপ্ন ধনশিৰীপৰীয়া আওহতীয়া ডালিম গাৱঁৰ সাধাৰণ মানুহৰ কাহিনী; ভাববিলাসী কিন্তু বেপৰোৱা ডেকা গুলচ যি কাজিয়া কৰি ঘৰ এৰি সিপ-ৰীয়া চাপৰিত মাটি ভাঙেগৈ; কপাহী যি পতিতা কাৰণে স্বামী-পৰিত্যক্তা হয় অথচ ৰূপ-যৌৱনৰ বলত এঘৰীয়াকৈ থাকিও গুলচহঁতক মুগ্ধ কৰি ৰাখে, আনকি সতীয়া জীয়েক তৰাক গুলচলৈ বিয়া দিওঁ বুলি নিজেই তাৰ লগত বিয়া সোমায়; চন্দ্ৰ যি অল্পবিদ্যা সত্বেও অবিৰাম ভুল ইংৰাজী কৈও গাওঁ খনক উন্নত কৰিব খোজে, বিপন্ন বন্ধুক প্ৰাণ দি সহায় কৰিব পাৰে; চেনিমাই যি প্ৰেমত ব্যৰ্থ হৈও, অথৰ্ব্ব স্বামীৰে দুখৰ সংসাৰ কৰিও স্বামীক সুস্থ কৰি লবলৈ আশা আৰু সংগ্ৰাম কৰে; এইবোৰ মানুহ যাক ধন-

শিৰীয়ে মৰমো কৰে আমনিও দিয়ে, যিবোৰৰ কাৰণে গোলাঘাটলৈ যোৱাই এটা ডাঙৰ কথা—ইহঁতৰ জীৱন ছবি বৰ মনোমোহাকৈ মালিকে তেওঁৰ অননুকৰণীয় ভঙ্গীৰে আঁকিছে। এইবোৰ চৰিত্ৰৰ প্ৰায় সকলো মুছলমান, কিন্তু সিহঁতৰ প্ৰায় ভাগৰে নাম বা কামত মুছলমানত্ব প্ৰায়েই নাই—আছে যদি আছে অসমীয়াত্ব, মানৱত্ব—যি কথা হিন্দু ডেকা চন্দ্ৰ আৰু নেপালী ডেকা ভীমৰ ক্ষেত্ৰতো খাটে। মনৰ দাপোনৰ পিচৰ ছোৱা স্বৰূপ পদ্ম বৰকটকীৰ "খবৰ বিচাৰি" আগৰ খনৰ দৰেই সুখপাঠ্য, চৰিত্ৰ-বিশ্লেষণ-মূলক, সহজ শব্দেৰেই কঠিন পৰিবেশ সৃষ্টি কৰা উপন্যাস। তিলক দাসৰ "মিলনৰ পথ ৰুদ্ধ কৰি" ( কমল ষ্টোৰ্চ ) গোৱালপাৰা জিলাৰ খিলঞ্জীয়া সমাজৰ ওপৰত ভিত্তি কৰি লিখা ; সেই ঠাইৰ ভাষাই পৰিবেশ সৃষ্টিত সহায় কৰিছে ; আনহাতে অসমীয়া শিল্পী ডেকা ভৈৰৱ ৰায় আৰু অসমীয়া-বিৰুদ্ধ বঙালী পিতৃৰ সন্তান লুচিৰ মিলনত দুই সংস্কৃতিৰ মিলনো দেখুওৱা হৈছে ; কেইটিমান সৰল জনজাতীয় চৰিত্ৰয়ো উপন্যাস খনক আকৰ্ষণীয় কৰিছে। সুৰেশ গোস্বামীৰ "মহাৰণৰ বিননি"ত (অথৰ্ছ বুক ষ্টল) মহাৰণৰ উল্লেখ আওপকীয়াহে—এই উপন্যাসৰ আচল উদ্দেশ্য অসমীয়া সংস্কৃতিৰ প্ৰচাৰহে। গল্প-সংগ্ৰহ ভালে-বেয়াই কেবাটিও ওলাইছে। প্ৰেমনাৰায়ণ দত্তই "ৰস মাধুৰী"ত (মণি-মাণিক) ৰসৰাজ বেজবৰুৱাৰ দৰে উপযুক্ত শব্দ বাছনি আৰু উপযুক্ত পৰিবেশ সৃষ্টিৰে হাস্যৰসৰ সঞ্চাৰ কৰিছে ; লিখকে কোৱা মতে তেওঁৰ কাহিনীবোৰত বাস্তৱৰ গোন্ধ বাৰুকৈয়ে আছে—হয়তো সত্য ঘটনাৰ ওপৰত তেওঁ সেইবোৰ প্ৰতিষ্ঠা কৰিছে ঠাট্টা-সমালোচনাৰ কাৰণে। সেইদৰে স্বৰ্গীয় (?) পীতাম্বৰ ৰাজমেধিয়ে "চেঁচা-পানী"ত (বাণী প্ৰকাশ) হাস্যৰসাত্মক ভাৱে কেইটামান কাহিনী লিখি প্ৰকাৰান্তৰে সমসাময়িক সমাজক সমালোচনা কৰিছে ; কিন্তু সৰহ ভাগ কাহিনীতে পশু-পক্ষী, দেৱতা আদিক মানৱীয় সাজ পিন্ধাই লোৱা হৈছে। চুটি গল্প বুলিলে আমি সাধাৰণতে যিহক বুজো তেনে বস্তু কিন্তু সেইবোৰ নহয়। প্ৰকৃত গল্পৰ ভিতৰত যোগেশ দাস সম্পাদিত "গল্পৰ কুকি" (বাণী প্ৰকাশ) উল্লেখযোগ্য। ইয়াত ন-পুৰণি বৰ্ত্তমান খ্যাতিসম্পন্ন ২৮ জন গল্পকাৰৰ একোটাকৈ নতুন গল্প প্ৰকাশ কৰা হৈছে। আটাইবোৰ গল্প যে উচ্চস্তৰৰ বা সুখপাঠ্য হৈছে এনে

কথা কব নোৱাৰি, দুই-এজন জনপ্ৰিয় বা সম্ভাৱনা থকা লিখকৰ গল্প অন্তভুৰ্ক্তও হোৱা নাই ; কিন্তু কেইবাটাও ভাল, সুখপাঠ্য গল্প ইয়াত আছে ; তদুপৰি মহীচন্দ্ৰ বৰা, ৰমা দাস, কৃষ্ণ ভূঞা, গোবিন্দ পৈৰা আদি আৱাহন যুগৰ প্ৰখ্যাত গল্প-লেখক কেইজনমানৰ গল্পই বহু দিনৰ মূৰত ছপাৰ পোহৰ দেখাটো উৎসাহজনক। ইয়াত অন্তভুৰ্ক্ত ভবেন শইকীয়া, মহিম বৰা আদি ডেকা লেখকৰ গল্প কাকতে-পত্ৰই ইতিমধ্যে প্ৰংশসিত হৈছে। যোগেশ দাসৰ তিনিটা দীঘল গল্প "ত্ৰিবেণী"ত (লয়াৰ্ছ) সন্নিবিষ্ট হৈছে—কেউটা পূৰ্ব্বে প্ৰকাশিত গল্প। তেনেকুৱা পূৰ্ব্বে প্ৰকাশিত গল্পৰ এটা সংগ্ৰহ কৰিছে গিৰিধৰ শৰ্ম্মা আৰু হেমন্তকুমাৰ শৰ্ম্মাই "চুটিগল্প সঙ্কলন"ত ( অৰিয়েণ্টেল বুক কোং )। পুতুল চক্ৰৱৰ্ত্তীৰ "মমতা"ত ( মৰম প্ৰকাশ ) যি চাৰিটা গল্প আছে তাত চৰিত্ৰচিত্ৰনৰ চিন নাই যদিও পদে পদে নতুন পৰিস্থিতিৰ সৃষ্টিৰে কৌতুহল বজাই ৰাখিবলৈ সফল যত্ন কৰা হৈছে। মমতাৰ নিচিনা ব্যক্তিগত গল্প সংকলনৰ ভিতৰত উল্লেখযোগ্য হৈছে পদ্ম বৰকটকীৰ "অশ্লীল" ( শ্ৰীভূমি ) ঃ ইয়াত একোটা চুটি কাহিনীৰে নৈতিক শিক্ষা দিব খোজা হৈছে, বৰকটকীয়ে তেওঁৰ সাবলীল ভঙ্গীৰে মানুহৰ আচৰণৰ সমালোচনা কৰিছে। প্ৰফুল্লদত্ত গোস্বামীৰ "নিতে নৱ ৰূপ তাৰ" ( শ্ৰীভূমি ) সাধাৰণ গল্পৰ নিচিনা নহয়, সংসাৰত হেঁচা-ঠেলা খাই ফুৰা কিছুমান মানুহৰ হাস্যাস্পদ অথচ সমবেদনাৰ যোগ্য খণ্ডচিত্ৰহে ; ভৱিষ্যতৰ বিহু আৰু একোটা চৰিত্ৰৰ বহু কাহিনী ডঃ গোস্বামীৰ কাপত উঠা নতুন ধৰণৰ প্ৰচেষ্টা। ৰোহিনীকুমাৰ কাকতিৰ "এজাক এন্ধাৰ" ( প্ৰগ্ৰেছিভ পাব্লিছাৰ্ছ ) পাঁচটা গল্পৰ সমষ্টি ; তেওঁৰ গল্পবোৰৰ বিষয়-বস্তু কেতিয়াবা আচহুৱা বা অসাধাৰণ যেন লাগিলেও প্লট বাছনিৰ প্ৰতি সূক্ষ্ম-দৃষ্টিয়ে, বৰ্ণনাৰ মনোহাৰিত্বই, কৌতুহল বজাই ৰখাৰ সফলতাই এইবোৰক সুখপাঠ্য কৰি তুলিছে। যিমান সংখ্যক গল্প আলোচনী আৰু বাতৰি কাকতত ওলায় ভালৈ চাই গল্পৰ সংকলন নিশ্চয় আৰু বেছি হব লাগিছিল ; সম্ভৱতঃ এবাৰ ওলাই যোৱা বুলিয়েই পুনৰ কিতাপৰ আকাৰত উলিয়াবলৈ প্ৰকাশকসকলে গল্পৰ প্ৰতি বৰকৈ মন নিদিয়ে।

আটাইতকৈ শোকলগা অৱস্থা বোধকৰো নাটক আৰু ভ্ৰমণ কাহিনীৰ নাট্য সংঘ বিলাকক নাটক বিচাৰি ফুৰা দেখা যায়, তথাপি নাটক ছপা হয়

আটাইতকৈ কম। কাৰণ পাঠ্যপুথি নহলে নাটক সাধাৰণতে পঢ়া নহয়, গতিকে বিক্ৰীও নহয়। আলোচ্য দুবছৰত বীৰেন্দ্ৰনাথ ভূঞাই তেওঁৰ সামাজিক নাট "শেষ পৰিণাম"ত ব্যক্তিগত আক্ৰোহ, লোভ-লালসা, ইহাতে আদৰ্শবাদী ভাবধাৰৰ মাজত সংঘাত দেখুৱাইছে। ৰমনীকান্ত বৰুৱাই "অভিশপ্তা"ত এটা পৌৰাণিক কাহিনীৰ অৱলম্বনত আইচক্ৰ-অভিশপ্তা উৰ্ব্বশীক লৈ কৃষ্ণ আৰু ভীমৰ মাজত বিবাদ হোৱা দেখুৱাইছে। ধৰ্ম্মেশ্বৰ ঠাকুৰে "সমাজ শক্তি"ত গান্ধীজী-কল্পিত ভাৰতৰ এখন কল্পিত ৰাজ্যত ৰজা-মন্ত্ৰীৰ আদৰ্শৰ সংঘাতৰ জৰিয়তে পাপ-পুণ্যৰ বিচাৰ কৰিছে। সুৰেশ গোস্বামীয়ে "ভঙ্গা-গঢ়া"ত চহকীৰ অন্যায়, গাৱঁৰ ন-ধনীৰ পাপ, বিধৱাৰ ওপৰত সমাজৰ নিপীড়ন ইত্যাদিৰ ছবি দাঙি ধৰিছে; তেওঁ "শ্ৰীমন্ত শঙ্কৰ-মাধৱ" নাটত সম্ভৱতঃ পোন প্ৰথম বাৰৰ কাৰণে শ্ৰীশঙ্কৰদেৱৰ জীৱনীক নাট্য ৰূপ দিছে; অৱশ্যে নাটকীয় সংঘাত সৃষ্টিতকৈ মহাপুৰুষৰ জীৱনৰ ঘটনাৱলী একাদিক্ৰমে বৰ্ণোৱাৰ ওপৰতে তেওঁ বেছি জোৰ দিছে। এখন উল্লেখযোগ্য নাট হৈছে জ্যোতিপ্ৰসাদ সোৱঁৰণী সন্থাই প্ৰকাশ কৰা জ্যোতিপ্ৰসাদৰ "ৰূপালীম" য'ত অসমৰ পাৰ্ব্বত্য বৌদ্ধ জাতি বিশেষৰ কল্পিত ৰাজ্য এখনৰ ছবি অঙ্কন কৰা হৈছে—ইয়াৰ সভ্যতাক মণিপুৰৰ লগত বিজাব পাৰি বুলি কোৱা হৈছে। দেখা যায় যে দৈনন্দিন জীৱন আৰু সমাজৰ সংঘাতেই এইবোৰ নাটকত সাধাৰণতে প্ৰতিফলিত হৈছে; সম্ভৱতঃ আমাৰ নাট্যকাৰসকলে তাৰ কালৰ সমস্যাৱলী সম্পৰ্কে বেছি সজাগ।

ভ্ৰমণ কাহিনী মাত্ৰ দুখনহে চকুত পৰিছে। ডঃ প্ৰফুল্লদত্ত গোস্বামীয়ে "বিলাতত সাত মাহ"ত (লয়াৰ্ছ) কেৱল গতায়াত বিধৰ বৰ্ণনা নিদি ইংলেণ্ডৰ সামাজিক জীৱন, গ্ৰাম্য দৃশ্য, শিক্ষা পদ্ধতি আদিৰ আমোদজনক আৰু ৰসাল বিবৰণ দিছে। ডঃ প্ৰসন্ন গোস্বামীৰ "বৈদেশিকাত" (দত্তবৰুৱা) কিন্তু গতানুগতিক অহা-যোৱা, খোৱা-বোৱা, পিন্ধা-উৰাৰ বৰ্ণনা সৰহ, যদিও আমেৰিকা যুক্তৰাজ্যৰ সমাজ, তাৰ বিশ্ববিদ্যালয়ৰ জীৱন, দক্ষিণ অঞ্চলত শ্বেত-কৃষ্ণৰ সম্পৰ্ক আদি বিষয়ৰ ভালেমান জানিবলগীয়া কথা আছে।

'নতুন ৰচনা' বুলিবৰ যি শ্ৰেণী ব্যক্তিমুখী বা সাহিত্যিক ৰচনা যোৱা দশকটোত সজীৱ হৈ উঠে (ইয়াক ৰম্য ৰচনা, ৰস ৰচনা আদি বুলিও কোৱা

হয়) কিতাপৰ আকাৰত তাক মাত্র ডুখনতহে যোৱা ডুবছৰত পোৱা হৈছে। তিলক হাজৰিকাৰ "কত কথা"ত ( নিউ বুক ষ্টল ) তেওঁৰ আড্ডাৰ ভঙ্গীয়েই অব্যাহত হৈ আছে ; আপেক্ষিক ভাৱে বেছ চুটি এইবোৰ ৰচনাত বহু যুক্তি আৰু বহু তথ্যেৰে কথা হোৱাৰ জোৰ, বিপৰীত অৰ্থব্যাপক শব্দেৰে অনু-প্ৰাস সৃষ্টিৰ কৌশল, শুৱলা ক্ষীপ্ৰগতি ভাষাৰ প্ৰয়োগ ইত্যাদি বৈশিষ্ট তেওঁ আগৰ দৰেই বজাই ৰাখিছে। লীলা গগৈৰ "কপ্‌লিং ছিগা বেল" (বৰঠাকুৰ বুক ষ্টল) ভাৰতীয় বেল-যাত্রী-ডুৰ্ভোগৰ হাঁহি-কান্দোন-ভৰা ইতিহাস—যি ডুৰ্ভোগৰ প্ৰতিকাৰ নাই, যাৰ বাবে কেতবোৰ টাইপৰ সৃষ্টিও হোৱা লিখকে দেখা পাইছে।

আলোচ্য সময় চোৱাত আমাৰ ভাষালৈ ভাঙনিও নিতান্ত কম হোৱা নাই। হয়তো বিশ্বজোৰা খ্যাতিসম্পন্ন কিতাপ বেছি অনুদিত হোৱা নাই, তথাপি নিতান্ত উলাই কৰিবলগীয়া কিতাপৰ অনুবাদ হৈছে বুলিব নোৱাৰি। যেনে হৰেন্দ্ৰনাথ শৰ্ম্মাই "ঈছপৰ সাধু", হৰেন কলিতাই ডিকেন্সৰ পৰা "নগৰ ডুখনৰ কথা", পদ্ম বৰকটকীয়ে অসমীয়া সাজত সজাই ইবছেনৰ "পুতলা ঘৰ", হেম বৰুৱাই "কিউপিড আৰু ছাইকি" আৰু তামিল কাব্য শিনপদিকৰমৰ ভিতৰুৱা কাহিনী "কন্নকী", পূৰ্ণচন্দ্ৰ শৰ্ম্মাই পণ্ডিত সুন্দৰ-লালৰ "গীতা আৰু কোৰাণ", ভগীৰাম বৰুৱাই উপন্যাসৰ আকাৰত "শকুন্তলা", বীৰেন বৰকটকীয়ে টলষ্টয়ৰ পৰা "প্ৰেম আৰু শঙ্কাৰে", অতুল হাজৰিকাই অনুবাদ কৰা "গ্ৰিমৰ সাধু" ইত্যাদি পুথি নিশ্চয় অসমীয়া সাহিত্য ভঁৰাললৈ উল্লেখযোগ্য বৰঙনি। "পন্ত অৰিহণা"ৰ কথা আগতেই কোৱা হৈছে। মুল্‌ক ৰাজ আনন্দৰ প্ৰখ্যাত উপন্যাস এখন সম্প্ৰতি নৱদ্বীপৰঞ্জন পাটগিৰিৰ দ্বাৰা "এটি কলি ডুটি পাত" নামেৰে অনুদিত হৈ ওলাইছে। তদুপৰি সাহিত্য একাডেমীৰ উদ্যোগত চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই ভাঙনি কৰা ধৰ্ম্মানন্দ কোসম্বীৰ "ভগৱান বুদ্ধ" আৰু প্ৰকাশন ব'ৰ্ডৰ উদ্যোগত মহাদেৱ শৰ্ম্মাই ভাঙনি কৰা ৰাজগোপালচাৰীৰ "মহাভাৰত" আন ডুখন এই পৰ্য্যায়ৰ উল্লেখযোগ্য কিতাপ। প্ৰকাশন ব'ৰ্ডে অনুদিত পুথি প্ৰকাশৰ অৰ্থে অৰ্থ সাহায্য আগবঢ়াইছে। ওপৰৰ হিচাপ সত্বেও কৰ লাগিব যে বিশ্ব সাহিত্য বা ক্লাছিক্স বুলি পৰিগণিত বহুতো উপন্যাস আৰু

অন্যান্য গ্ৰন্থ আমাৰ ভাষাত ওলাবলৈ এতিয়াও বাকী—যোৱা ডুবছৰতো তাৰ লক্ষণ দেখা নগ'ল। ফ'কনাৰ বা হেমিংৱেৰ কিতাপ আমাৰ আজিও নোলাল; লেক্সনেছৰ নাম আমি কিজানি পাহৰিলোৱেই; 'ললিতা'ৰ অনুবাদ জানো হব? সুখৰ বিষয়, এমিল লুডউইগৰ নিচিনা প্ৰখ্যাত জীৱনীকাৰৰ 'এব্ৰাহাম লিঙ্কন' খন মীনাক্ষী চলিহাই অনুবাদ কৰিছে।

প্ৰাচীন বা আৱহমানৰ প্ৰতি আমাৰ দৃষ্টি এতিয়াও প্ৰখৰ—আমি অতীতক পাহৰি যোৱা নাই। জাতীয়ত্বক বুজিবলৈ সেইটোৰ আৱশ্যক আছে—আৱশ্যক আছে জনজীৱন চিনি পাই নিজক চিনি পোৱাৰ। বুৰঞ্জীৰ উৎসাহী ডেকা গৱেষক লীলা গগৈয়ে "হেৰোৱা দিনৰ কথাত" স্বাধীনতাৰ বেলি মাৰ যোৱা সময়ৰ, "১৮২৮-৩০ চনৰ অসমৰ পোন প্ৰথম স্বাধীনতাৰ ৰণৰ" বুৰঞ্জী বিশ্লেষণ কৰিছে; সেই সময়ৰ কেইজনমান বিদ্ৰোহী অসমীয়াৰ জীৱন কাহিনী বৰ্ণাইছে; গমধৰ কোঁৱৰক অসমৰ স্বাধীনতাৰ "প্ৰথম বাটকটীয়া" বুলিছে। ১৬ শতিকাত হিন্দী কবি মনৃঝনৰ পৰা ১৮ শতিকাৰ কোনোবা অজ্ঞাত অসমীয়া কৱিয়ে পদানুবাদ কৰা প্ৰণয়-কাব্য "মধু মালতী" সম্পাদন কৰিছে ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মাই; পুৰণি অসমীয়া সাহিত্যৰ বৈচিত্ৰ্য প্ৰমাণ কৰিবলৈ এনে কাব্যৰ প্ৰকাশ বাঞ্ছনীয়। দণ্ডীৰাম দত্তই "শ্ৰীবিশ্বেশ্বৰৰ ইতিবৃত্ত"ত সেই দেৱালয়ৰ আঁতি গুৰি মাৰি ইতিহাস আৱিষ্কাৰৰ যত্ন কৰিছে। গুৰুকৃষ্ণ গোস্বামীয়ে "ভট্টদেৱ: সাহিত্য প্ৰতিভা" নামেৰে প্ৰথম অসমীয়া গদ্যৰচক জনৰ দ্বিতীয় জীৱনী পুথি লিখিছে। জনসাহিত্যৰ মাজত জনজীৱনক বিচাৰি যাবলৈও যত্ন কৰা হৈছে। যেনে ভবেন্দ্ৰ নাৰ্জ্জি আৰু প্ৰমোদ ভট্টাচাৰ্য্যই "বৰো-কছাৰী জনসাহিত্য"ত সেই জনজাতিৰ গীত-সাধু সংগ্ৰহ আৰু ভাঙনি কৰি আলোচনা কৰিছে—এই জনজাতিয়ে অসমীয়া সংস্কৃতিলৈ যোগোৱা বৰঙণিলৈ চাই এই চৰ্চ্চা নিশ্চয় প্ৰশংসনীয় হৈছে। চৈয়দ আব্দুল মালিকে আজান ফকীৰ বিৰচিত জিকিৰ আৰু ৰচয়িতাসম্বন্ধে মতভেদ থকা জাৰীৰ ডাঙৰ সংগ্ৰহ এটা কৰি সম্পাদন কৰিছে তেওঁৰ "অসমীয়া জিকিৰ আৰু জাৰী"ত। তিনি'শ বছৰ ধৰি চলি অহা জিকিৰবোৰৰ মাজত অসমীয়া মুছলমানৰ নৈতিক, আধ্যাত্মিক, সামাজিক অভিজ্ঞতা বিচাৰি পোৱা যায়।

ফণীন্দ্ৰনাথ কলিতাই "বাৰমাহী আৰু বিলাপ গীতত" অসমীয়া বাইজৰ বতৰৰ চিৰন্তন অভিজ্ঞতা আৰু জনজীৱনৰ কৰুণতাৰ ছবি কেতবোৰ সংগ্ৰহ কৰিছে। সেইদৰে তাৰক শৰ্ম্মাই নামনি অসমৰ ভাষাতে ৰাখি সেই অঞ্চলত প্ৰচলিত কিছুমান গীত তেওঁৰ "অ' মোৰ মলুৱা ৰে"ত সংগ্ৰহ কৰিছে।

গধুৰ বিষয়ক—যেনে সাহিত্য-সমালোচনা, সাহিত্যৰ বুৰঞ্জী, আন্দোলনৰ ইতিহাস ইত্যাদি বিষয়ক—কিতাপ আমাৰ ভাষাত কম ওলায় বুলি আক্ষেপ কৰা হয়। সুখৰ বিষয়, আলোচ্য সময়ছোৱাত তেনে মূল্যবান কেবাখনো কিতাপ অসমীয়া পণ্ডিতসকলে লিখি উলিয়াইছে। আমাৰ কৃষ্টি কাননৰ অকালতে মৰহা ফুল ভৱানন্দ দত্তৰ "ৰবীন্দ্ৰ প্ৰতিভা" (লয়াৰ্ছ) এই পৰ্য্যায়ৰ এখনি লেখত লবলগা প্ৰৱন্ধ-সংকলন। ৰবীন্দ্ৰনাথৰ জন্মদিন উপলক্ষে কেবাবছৰ ধৰি লিখা এইবোৰ মূল্যবান প্ৰৱন্ধত অধ্যাপক দত্তই বিশ্বকৱিৰ কাব্যৰ সৌন্দৰ্য্য, অন্তৰ্নিহিত দৰ্শন, তেওঁৰ কাব্যত নাৰীৰ স্থান, কৱিৰ স্বকীয় দৃষ্টি-ভঙ্গী আৰু সঙ্গীত-কলা আদিৰ পৰ্য্যালোচনা গভীৰ বিশ্বাসেৰে আৰু বিশ্বাস যোগ্য ভাৱে বৰ্ণনা কৰিছে। "সাহিত্য-দৃষ্টি"ত অতুল বৰুৱাই অসমীয়া সাহিত্যৰ বৰ্ষা, বিহু, প্ৰকৃতি আদি দিশৰ আলোচনা কৰিছে আৰু চন্দ্ৰকুমাৰ আগৰৱালা, নবীনচন্দ্ৰ বৰদলৈ আৰু ডাঃ হেম বৰুৱাৰ সাহিত্যৰ পৰিচয় দিছে—কেৱল দেশনেতা ৰূপে আমি মনত ৰখা নবীন বৰদলৈৰ ৰচনাৱলীৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰা বাবে লেখক নিশ্চয় ধন্যবাদাৰ্হ। মহেন্দ্ৰ বৰাৰ "ফুল তৰা গান" (লয়াৰ্ছ) নতুন ধৰণৰ কিতাপ; কাৰণ পদৰ সৌন্দৰ্য্য তেওঁ কথাত বৰ্ণনা কৰিছে; দেশ-বিদেশৰ কাব্যৰ মৌলিক সৌন্দৰ্য্য, ৰস আৰু আকৰ্ষণীয়তাৰ পৰিচয় তেওঁ কোমল কোমল, কৱিতা কৱিতা লগা ভাষাত দিছে; পালোৱান কাবুলীৰ প্ৰেমমূলক কৱিতা, দিকৃচৌ লামাৰ দেশ তিব্বতৰ কৱিতা, এইবোৰৰ আভাস আৰু সংবাদ ফুল তৰা গানে দিয়াটো ডাঙৰ কথা। ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মাৰ "অসমীয়া সাহিত্যৰ ইতিবৃত্ত" (বাণী প্ৰকাশ) এই কালছোৱাৰ ভিতৰতে এখন উল্লেখযোগ্য গ্ৰন্থ; কাৰণ আমাৰ ভাষাত এনে বুৰঞ্জী কেবাখনো ওলাইছে যদিও ডিম্বেশ্বৰ নেওগৰ বাহিৰে কোনেও ইমান বিস্তৃত ভাৱে আমাৰ সাহিত্যৰ আদি যুগৰ

পৰা আজিৰ যুগলৈ আলোচনা কৰা নাই। ডঃ শৰ্ম্মাই যুগ বিভাগত সাধাৰণ ভাৱে অগ্ৰবৰ্ত্তীসকলকে অনুসৰণ কৰিছে যদিও বিভিন্ন কালৰ ৰচনাৱলী, সাহিত্যৰ ধাৰা আদিৰ পৰিচয় দিওঁতে ভালেখিনি স্বকীয় দৃষ্টি-ভঙ্গী গ্ৰহণ কৰিছে। তদুপৰি তেওঁৰ সাহিত্য-বুৰঞ্জীখনক সৰ্ব্বাধুনিক বুলি কব পাৰি, কিয়নো চলিত সময়ৰ নিতান্ত নতুন লেখকসকলৰ ৰচনালৈকে তেওঁৰ আলোচনাত ঠাই দিয়া হৈছে, যিটো আনসকলে কৰিবলৈ সাধাৰণতে সংকোচ বা অৱহেলা কৰে। বেণুধৰ শৰ্ম্মাৰ "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" ( অসম জ্যোতি ) আমাৰ ভাষাত ওলোৱা জাতীয় আন্দোলনৰ বুৰঞ্জীৰ ভিতৰতে এখনি লেখতলবলগীয়া গ্ৰন্থ—"কোনেও নজনা-নুশুনা ধনাই-মনাই একোজনৰ অন্তৰত আগন্তুক পৰিৱৰ্ত্তনে কেনেকৈ খুন্দিয়া-খুন্দি কৰিছিল" তাৰে টুকুৰা ছবি, খুচুৰা খবৰ বৰ মনোমোহাকৈ আপুকুগীয়া ছবিসহ বুৰঞ্জীৰ গৱেষকজনে লিখি উলিয়াইছে। এই কিতাপখন লেখতলবলগীয়া এই কাৰণেই যে স্বাধীনতা সংগ্ৰামত সাধাৰণ মানুহে কেনে ধৰণে বৰঙনি যোগাইছিল তাৰ বিবৰণ ইয়াত আছে—যিসকলৰ কথা হয়তো মহামূল্য ইতিহাসত ঠাই দিয়া নহবই ; এই সকল অজ্ঞাতকুলশীলক শৰ্ম্মাই দ্বিজত্ব প্ৰদান কৰিলে। জনসংখ্যা হ্ৰাসৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰি আৰু তাৰ বৈজ্ঞানিক পদ্ধতিৰ পৰিচয় দি ডাঃ ললিত বৰুৱাই লিখা "পৰিয়াল পৰিকল্পনা"ও ( বিজয় প্ৰকাশ ভৱন ) এই পৰ্য্যায়ৰ এখন উল্লেখযোগ্য কিতাপ।

অসমৰ সাহিত্য-সংস্কৃতি বিষয়ক ইংৰাজী কিতাপো কেইখনমান এই দুবছৰত ওলাইছে। সংখ্যাত নিতান্ত তাকৰ যদিও এই কেখনে আমাৰ কথা বহিঃবিশ্বক জনোৱাত কিছু সহায় কৰিব। এই পৰ্য্যায়ৰ আটাইতকৈ উল্লেখযোগ্য গ্ৰন্থ হেম বৰুৱা সম্পাদিত Modern Assamese Poetry (Kavita); ইয়াত আমাৰ সাহিত্যৰ বৰ্ত্তমান যুগৰ ২৬ জন অগ্ৰজ-অনুজ কৱিৰ কৱিতা ("both Romantic and present-day") নানান লিখকৰ হতুৱাই ভাঙনি কৰাই প্ৰকাশ কৰা হৈছে ; সম্পাদকে কুৰি শতিকাৰ অসমীয়া কাব্যধাৰাসমূহৰ পৰিচয়ো চুম্বক ভাৱে দিছে। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ Sankaradeva Vaishnava Saint of Assam ( Sankar Mission) খনেও অসমীয়া ভাষা-সাহিত্য-সমাজৰ প্ৰখ্যাত সংস্কাৰকজনাৰ কথা বহিঃবিশ্বত প্ৰচাৰ কৰিব।

অসমীয়া লিখক মৌলানা মহম্মদ তৈয়বুল্লাই লিখা Islam and Non-violence ( Kitabistan ) খনো এইখিনিতে উল্লেখযোগ্য। অসমীয়া নাট্য সাহিত্যৰ চমু পৰিচয় দিয়া ডঃ প্ৰফুল্লদত্ত গোস্বামীৰ Assamese Drama নামৰ পুস্তিকা খনৰ প্ৰবন্ধ কেইটা অনা-অসমীয়াৰ পক্ষে থাউকতে কামত লগাব পৰা বিধৰ হৈছে ; * আমাৰ প্ৰণিধানযোগ্য দুই-এটা নতুন কথাও তেওঁ ইয়াত লিখিছে। সেই দৰে পি.ডি. চৌধুৰী আৰু এম.চি. দাসে Ancient Treasures of Assam-অত অসম মিউজিয়ামৰ বিৱৰণ, ইয়াত সংৰক্ষিত বস্তুৰ পৰিচয়, অসমত পুৰাতত্ত্বৰ চৰ্চ্চা আদিৰ আভাস দিছে। যোৱা ডিচেম্বৰত অনুষ্ঠিত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ সময়ত ছপাই উলিওৱা চুভেনাৰখনে অসমীয়া সংস্কৃতিৰ বিবিধ লুটিত আলোক সম্পাত কৰিছে।

শিশু সাহিত্যৰ বিভাগটিও অৱহেলিত হোৱা নাই। আগতে উল্লেখ কৰা অতুল হাজৰিকাৰ গ্ৰিমৰ সাধুৰ উপৰি তেওঁৰ সম্পাদনাত ওলোৱা চেমনীয়াৰ উপযোগী "উছৱৰ ভোগজৰা"ত ( জোনাকী প্ৰকাশ ) বিভিন্ন ধৰ্ম্মৰ তিথি উৎসৱাদিৰ পৰিচয় দিয়া হৈছে। বেণুধৰ শৰ্ম্মাই "লাতুমণি"ত কেইটা-মান চেমনীয়াৰে উপযোগী সাধুকথা আমোদ আৰু শিক্ষা উভয়ৰ উদ্দেশ্যে লিখি উলিয়াইছে। আদি ডেকা লিখক লুম্মেৰ দাইয়ে "উদয়াচলৰ সাধু"ত ( সাহিত্য সভা ) কেইটামান পৰ্ব্বতীয়া সাধুকথা সংগ্ৰহ কৰিছে। হৰেন শৰ্ম্মাৰ ঈছপৰ সাধুৰ কথা আগতে উল্লেখ কৰা হৈছে। যোগেন শৰ্ম্মাই "সপোনৰ কুক-ভা"ত চেমনীয়াৰ বাবে শিক্ষামূলক কেইটামান গল্প লিখিছে। সেইদৰে প্ৰমোদ বৰুৱাৰ "জোনালী", ভাৰতচন্দ্ৰ পাঠকৰ "ৰামায়ণৰ মৌকোঁহ", উলুপী বৰাৰ "মইনাৰ ৰহঘৰা", শৰৎচন্দ্ৰ দত্তৰ "সোণৰ সঁফুৰা" আদিতো মইনাহঁতৰ উপযোগী, শিক্ষাপ্ৰদ কাহিনী প্ৰকাশ কৰা হৈছে। এইবিলাকৰ উপৰি শিশু সাহিত্য ৰচনালয় পাতি লিখোৱা কিতাপবোৰ চৰকাৰে প্ৰকাশ কৰিছে ; এইবোৰত শিক্ষামূলক বা আমোদজনক কাহিনী থকাৰ উপৰি জ্ঞান-বিজ্ঞানৰ কথাও আকৰ্ষণীয় ভাবে লিখাই জাকজমককৈ প্ৰকাশ কৰা হৈছে। †

---

* ডঃ গোস্বামীৰ থিচিছ—Ballads and Tales খনো বিশ্ববিদ্যালয়ে ছপাই উলিয়ালে।

† এই প্ৰবন্ধৰ বাবে টোকা কৰোঁতে প্ৰকাশকৰ নাম সংগ্ৰহ নকৰাত সকলোৰে নাম দিব পৰা নগ'ল।—দাস

# ৺সিংহদত্ত দেৱ অধিকাৰী

ডঃ প্ৰফুল্লদত্ত গোস্বামী

অলপ কৈফিয়তেৰেহে মই এই প্ৰৱন্ধ লিখিবলৈ গাত লৈছোঁ। অকালতে লয় পোৱা সাহিত্যানুৰাগী পুৰুষ ৺সিংহদত্ত দেৱ অধিকাৰী মোৰ-পিতৃ। অধিকাৰী যেতিয়া ঢুকায় তেতিয়া মোৰ বয়স পাঁচ পাৰ হৈছে আৰু মোৰ ভনীৰ প্ৰায় চাৰি; তেওঁ যেতিয়া শ্বিলঙৰ পৰা চাকৰি এৰি আহি উজানবজাৰৰ ফটিক কুটীৰত (বৰ্ত্তমানৰটোত নহয়, পুৰণি ঘৰটোত) থাকিবলৈ লয়, তেতিয়াৰ কথা যে মনত পৰিবই নোখোজে। মাথোন সমুখৰ পাহাৰত বাঘৰ গোজৰণি শুনা যেন ভাব এটা অস্পষ্টকৈ মনত এতিয়াও আছে। নিচেই সৰুকালিতে মোক এৰি থৈ যোৱা কাৰণে আগবয়সত মই কম আহুকাল আৰু মানসিক অশান্তি ভোগ কৰা নাই, এনেস্থলত পিতৃৰ কাৰণে মোৰ অযথা দুৰ্বলতা ওপজাৰ বিশেষ কাৰণ থাকিব নালাগে! বৰ্ত্তমান প্ৰৱন্ধত অধিকাৰীৰ ব্যক্তিত্বৰ আভাস দিবলৈ চেষ্টা কৰোঁতে মই যিমানদূৰ পাৰি নিৰপেক্ষ চকুৰেহে চাবলৈ যত্ন কৰিছোঁ।

ধুনীয়া চকুৰে এই ওখ বগা সভাশুৱনি পুৰুষজনৰ জন্ম হৈছিল এটি পুৰণি সম্ভ্ৰান্ত পৰিয়ালত। এই পৰিয়াল মূলত বকোৰ উত্তৰে থকা বৰ বিষ্ণু আতাই স্থাপন কৰা বিখ্যাত চমৰীয়া সত্ৰৰ। অধিকাৰীৰ ককাক সৰুৰাম চমৰীয়াৰ ভাগৱতী আছিল। এই ভাগৱতী পৰিয়াল গুৰিতে ৰাম ৰাম গুৰুৰ বংশৰ বুলি প্ৰবাদ এটা চমৰীয়াত শুনিবলৈ পোৱা যায়, অৱশ্যে ইয়াৰ সত্যাসত্য সম্বন্ধে প্ৰমাণ একো নাই। সৰুৰাম ভাগৱতী অতি তেজস্বী

আৰু প্ৰতাপী লোক আছিল। তেওঁ সেই সময়ৰ বুঢ়া সত্ৰীয়া ৰূপৰামৰ সৈতে মিত্ৰতা কৰি ডেকা সত্ৰীয়া বাব লয় আৰু শৰণ দিবলৈ ধৰে। এই কথাত বেয়া পায় আৰু তেওঁৰ প্ৰতিপত্তি সহ্য কৰিব নোৱাৰি সত্ৰৰ বহুতো লোক তেওঁৰ বিপক্ষে জাগি উঠে। কাজিয়া ইমানলৈ আগবাঢ়ে যে ভাগৱতীক শেহত ৰঙিয়াল গৃহৰ পৰা ওলাব সোমাব নিদিয়াকৈ বাইজে বেঢ়ি ধৰে। উপায়ান্তৰ নেদেখি আৰু সৈমান হবলৈকেও ইচ্ছা নকৰি ভাগৱতীয়ে তেওঁৰ শিষ্য লুকী ৰাজ্যৰ ৰজালৈ সংবাদ পঠিয়ায়। লাকুৰি সিং ৰজাই হাতী আৰু চিপাহী-চন্তৰী লৈ আহি তেওঁক উদ্ধাৰ কৰি (বৰ্ত্তমান শিংৰাৰ ওচৰৰ) লুকীলৈ লৈ যায়। শিংৰা নৈৰ ঘাট এটা এতিয়াও সত্ৰীয়াৰ ঘাট নামে জনজাত। ভাগৱতীৰ লগত বহুতো মানুহ উঠি গৈ ভালুকঘাটা, লুকী আদি ঠাইত নকৈ বসতি কৰে। লুকীত সত্ৰ পাতি থকা কালতে—১৮৪০ খৃষ্টাব্দৰ ওচৰে কাষৰে—তেওঁ তাত নিজৰ ব্যক্তিত্বৰ পৰিসৰৰ জোখাই ক্ষেত্ৰ নাপাই আন-ফালে ক'ৰবাত সুবিধা হয় নেকি চাবলৈ ধৰে।

তেওঁৰ তৃতীয়গৰাকী পত্নী আছিল নহিৰাৰ। নহিৰা গাওঁ পলাশবাৰীৰ ছমাইল পশ্চিমে ট্ৰাঙ্কৰোডৰ দেৰমাইলমান উত্তৰে। নহিৰাত এখন সত্ৰ আছিল। এই সত্ৰ ৰামপুৰৰ ওচৰৰ সন্তদেৱৰ স্থাপিত খিদিৰপুখুৰী সত্ৰৰ ঠেঙুলি স্বৰূপ—জোঁৱায়ে যৌতুকত পোৱা মাটি। এই সত্ৰৰ নিষ্পিখেৰাজ মাটি খাজনা বাকী থকা কাৰণে নে কি কাৰণত চৰকাৰে নীলাম কৰিবলৈ ওলায়। * ভাগৱতীয়ে এই কথা গম পাই গুৱাহাটীলৈ আয়াযাত কৰি মাটিখিনি উদ্ধাৰ কৰে। এই কাৰ্য্যত সাত-আঠশমান টকা খৰচ হয়। স্থানীয় গোঁসাইসকলে খৰচৰ টকা দিবলৈ অসমৰ্থ হয়। ভাগৱতীয়ে সত্ৰখন লৈ আধা মাটি তেওঁৰ খুলশালী আদি স্থানীয় গোঁসাইক এৰি দিয়ে (১৮৪৪)। বাকী আধাৰে নতুন মহাপুৰুষীয়া সত্ৰ এখন স্থাপিত হ'ল। এই সত্ৰত ভাগৱতীয়ে তেওঁৰ বৰ পুত্ৰ মহোদত্তক স্থাপন কৰিলে। তেওঁ নিজে লুকীতে

---

* ৺সহদেৱ গোস্বামীৰ মুখত শুনা মতে—সত্ৰৰ মাটি আছিল বিষ্ণুপ্ৰসাদৰ নামত; বিষ্ণুপ্ৰসাদক মানুহে মনাই বুলিহে জানিছিল। পিয়লৰ সময়ত এই নামৰ গোলমালত মাটি বাজেয়াপ্ত হয়। ৺সহদেৱ গোস্বামীৰ ৯২ বছৰ বয়সত যোৱা বছৰ মৃত্যু হৈছে।

ৰ'ল আৰু তাতেই শেহৰ দিনকেইটা কটালে। এওঁৰ প্ৰতাপৰ কথা চমৰীয়াবাসীৰ মুখত এতিয়াও শুনিবলৈ পোৱা যায়। নহিৰাৰ অধিকাৰৰ বংশকো এওঁলোকে 'বাঘৰ নাতি' আখ্যা দিছিল। ভাগৱতীৰ হেনো ধন-সম্পতি অপৰ্য্যাপ্ত আছিল, কিন্তু ধোঁৱাখুলীয়া পুতেকে সেই ঐশ্চৰ্য্য খাস্তাং কৰে; প্ৰবাদ এটা আছে যে এই পৰিয়ালে—

চমৰীয়াত চুচিলে,
লুকীত লুকুৱালে,
নহিৰাত ধ্বংস কৰিলে।

মহোদত্ত অধিকাৰীৰ মৃত্যু হয় ১৯০৭ খৃষ্টাব্দৰ মাৰ্চ্চ মাহত, পুৰীৰ পৰা উভতি ঘৰ পোৱাৰ পিচদিনাই। তেওঁৰ চাৰি পুত্ৰ আৰু কন্যা কেইবাগৰাকীও। ৰৰপুত্ৰ সিংহদত্ত পিতাকৰ মৃত্যুৰ সময়ত ১৮ বছৰীয়া ডেকা। তেওঁ তেতিয়া গুৱাহাটীৰ কলেজিয়েট স্কুলৰ ছাত্ৰ। পঢ়ি থকা কাৰণে আৰু বিষয়-আশয়ত তেওঁৰ অনুৰাগ নথকা বাবে চৌধবছৰীয়া ভায়েকে সত্ৰ আৰু মাটিবাৰী চলাবলৈ লয়। এওঁলোকে পলাশবাৰী অঞ্চলৰ ৰান্ধনি ল'ৰা আৰু নহিৰাৰে লিগিৰা এটি লৈ পাণবজাৰৰ ঘৰ এটাত থাকি পঢ়াশুনা কৰিছিল। সিংহদত্তই আই-এ লৈকে পঢ়িলে, পৰীক্ষা পাছ সম্ভৱ কৰা নাছিল। তাৰ পিচত তেওঁ জাল মুদ্ৰা তৈয়াৰ কৰা অপৰাধী এজনক ধৰাই দিবলৈ সমৰ্থ হৈ শ্বিলঙৰ পুলিচ অফিচত চাকৰি এটা যোগাৰ কৰে।

পঢ়াকালতে সম্ভৱ তেওঁৰ কবিতা ৰচনালৈ ধাউতি হয়। ডঃ সূৰ্য্য-কুমাৰ ভূঞাদেৱে কয় যে তেওঁ ১৯১০ চনৰ জাৰকালি অধিকাৰীক ভৰলু-মুখৰ ৺কালিৰাম চৌধুৰীয়ে স্থাপন কৰা অনুকুল হলত অনুষ্ঠিত কিবা থিয়েটাৰত নচাও দেখিছিল। সঙ্গীতৰ প্ৰতি অনুৰাগো সম্ভৱ এই সময়তে ওপজে। শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈদেৱে ২।৩।৪৫ তাৰিখে মোক যোৰহাটত কৈছিল, "মই তেতিয়া আই-এ পঢ়োঁ, ১৯১৫ নে ১৬ চনত। এদিন গধূলি আমাৰ মেছলৈ ৺অধিকাৰী আহিল। আমহাৰ্ষ্ট ষ্ট্ৰীটৰ (৪৩ নম্বৰ) অসমীয়া মেছটো লোহিত ভূঞাই চলাইছিল। অসমীয়া আলহী আহিলে তাতেই থাকিছিল। অধিকাৰী কিতাপ-পত্ৰ ছপোৱা-মিলোৱা কামত

গৈছিল। অতি শুৱনি মানুহ, অমায়িক ব্যৱহাৰ। তেওঁ আমাক গান এটা শুনালে। আমাৰ ভাল লাগিছিল। তেওঁক মই তাতেই প্ৰথম দেখোঁ। তাৰ পাছত আৰু দেখা নাই, কিন্তু সেই সন্ধিয়াৰ কথা পাহৰিব নোৱাৰোঁ।" অধিকাৰীৰ গানৰ কিতাপ 'গীতি-মালিকা'ৰ প্ৰথম সংস্কৰণ প্ৰকাশ হয় ১৯১৯ চনত। যুদ্ধৰ দিনত, সম্ভৱ ১৯৪৫ চনত, তেওঁৰ 'আজি ধৰাহে মিলন গান', বোলা গানটো নলবৰীয়া ডেকা এজনৰ মুখত শুনিবলৈ পাই মই অলপ আচৰিত হৈছিলোঁ। অসমীয়া গান লিখকৰ ভিতৰত অধিকাৰীও এজন অগ্ৰদূত। এওঁৰ গান 'সঙ্গীত কোষ'ত কেই-বাটাও সোমাইছে।

অধিকাৰীৰ প্ৰথম প্ৰকাশিত কিতাপ কি কবলৈ টান। 'সাধুচৰিত' বোলা কিতাপখন ওলাইছিল ১৯১৫ চনত। এইখনত ফ্লোৰেঞ্চ নাইটিঙ্গেল, মহম্মদ মহচিন, জন পাউণ্ডছ, গ্ৰেণভিল শ্বাৰ্প—এই চাৰিজনৰ চমু জীৱনী আছে। প্ৰবন্ধ কেইটি পোনতে বাঁহী আৰু আলোচনীত প্ৰকাশ হৈছিল। যষ্ঠ বছৰৰ বাঁহীত (১৯১৪) প্ৰকাশ হৈছিল তেওঁৰ 'জয়মতী', 'মালতী' আদি কবিতা। গাৰো জনজাতীয় জীৱনৰ আভাস থকা 'ঠুনুকী' নামে উল্লেখ-যোগ্য কবিতাটি প্ৰকাশ হৈছিল এই বছৰৰ বাঁহীতে। অষ্টম বছৰৰ বাঁহীত 'শকুন্তলা' নামৰ এটি কবিতা আছে ; এই কবিতাত ৰাইম থকা 'অমিত্ৰাক্ষৰ' ছন্দৰ আৰ্হি দেখিবলৈ পোৱা যায়, অৰ্থাৎ শাৰীবিলাকত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰৱাহো আছে, ৰাইম বা মিত্ৰাক্ষৰো আছে, ৰবীন্দ্ৰনাথৰ কেতবিলাক কবিতাৰ দৰেই। অমিত্ৰাক্ষৰ ছন্দত লিখা কবিতা তেওঁৰ দুই এটি আছে। অধিকাৰীৰ কবিতাৰ ঠাঁচ চন্দ্ৰকুমাৰ আগৰৱালাৰ ৰচনাৰ দৰে প্ৰাঞ্জল আৰু সংযত ; নিচেই আগ বয়সৰ অপৈণত ৰচনাবোৰ বাদ দিলে কিছুমান কবিতাত আন্তৰিকতা সুস্পষ্ট। 'ৰেণু' নামৰ কিতাপত সংগৃহীত হোৱা 'ঠুনুকী', 'মালতী' আদি দীঘলীয়া কবিতা এতিয়াও আকৰ্ষণীয় লাগে। যতীন্দ্ৰনাথ দুৱৰা, সূৰ্য্যকুমাৰ ভূঞা আদি তেওঁৰ সমসাময়িক কবি আৰু বন্ধু যদিও, প্ৰথমজনৰ দৰে ৰোমান্টিক ভাব আৰু দ্বিতীয় জনৰ দৰে চিন্তাৰ গভীৰতা এওঁৰ কবিতাত পাবলৈ টান ; কিন্তু সাৱলীল ঠাঁচ আৰু আকৰ্ষণীয় বৰ্ণনাভঙ্গী এওঁৰ ৰচনাত দুষ্প্ৰাপ্য নহয়—

পুখুৰী পাৰত অকলে প্ৰফুল্ল
আছিল বৰশী বাই,
হঠাতে মালতী ওলাল এদিন
লাজৰ ভাবটি নাই।

চকুত আছিল চকুলো দুটোপা
বব কি নববকই,
নাচিছিল ধীৰে মলয় সমীৰ
ক'লা চুলিকোছা লই।

'এয়ে শেষ'—আৰু নুফুটিল মাত,
ছিগিল বীণৰ তাঁৰ,
হৰিণীৰ যেন চকুজুৰি দিলে
দুধাৰি মুকুতা-হাৰ

—মালতী

'কবিতা-লহৰী' নামৰ আন এখন সংগ্ৰহত থকা 'সন্ধিয়া' কবিতাটিয়ে মনোমোহা ছবি এটি বৰ্ণনা কৰিছে। এই কিতাপখনৰ কবিতাবিলাক কোমলবয়সীয়া ছাত্ৰ-ছাত্ৰীৰ কাৰণে উপযোগী, বিষয়বস্তু আৰু প্ৰকাশ-ভঙ্গীৰ ফালৰ পৰা। 'ৰেণু'ত থকা 'শেষ সময়ত' আদি দুই এটি কবিতাত অলপ গভীৰতাও অনুভৱ কৰিব পাৰি—

চাপাহি ওচৰ হেৰা, ধীৰে ধীৰে অতি ধীৰে,
কোনো শবদেই যেন নপশে কাণত আহি তাৰ;
কি বেচিলে কি কিনিলে অতদিনে সংসাৰ-হাটত
শেষ মুহূৰ্ত্তত আজি লইছে সি তাৰেই বিচাৰ।…

—শেষ সময়ত

মনত ৰাখিব লাগে এই ধৰণৰ কবিতাৰ কাল ১৯২০ চনমান বা তাৰ আগেয়ে। তেতিয়াৰ অসমীয়া কবিতাৰ পটভূমিত এই ৰচনা থাপিলেহে ইয়াৰ মূল্যাঙ্কন সাৰ্থকভাবে কৰিব পাৰি।

অধিকাৰীৰ ইংৰাজী ভাষাৰ প্ৰতি অনুৰাগ আছিল। এই অনুৰাগ প্ৰকাশ পালে কেইটিমান ইংৰাজী কবিতাৰ অনুবাদত। অনুবাদৰ ক্ষেত্ৰত অধিকাৰীৰ স্থান আনন্দচন্দ্ৰ আগৰৱালাৰ কাষতে। হেৰিকৰ Daffodils, আৰ্মষ্ট্ৰঙৰ এটি কবিতা, শ্বেলিৰ Love's Philosophy, লাইটৰ Agnes, আদি কবিতাৰ বঢ়িয়া অনুবাদ কৰিছিল। এওঁ 'অম্বা' নামেৰে গীতিনাট এখনো ৰচনা কৰিচিল। এইখনৰ দুটামান অঙ্ক অৰ্ঘাত ওলাইছিল। এওঁ 'আদৰ্শ পাঠ' নামৰ অ-আ ক-খ পুথি দুভাগ ৰচি পিচত ডিব্ৰুগড়ৰ ভট্টাচাৰ্য্য এজেঞ্চিক বিক্ৰী কৰিছিল। কিতাপ দুখন বহুত বছৰ চলিছিল।

অধিকাৰী শ্বিলঙত থকা কালডোখৰৰ বিষয়ে অলপ সম্বল তেওঁৰ অন্তৰঙ্গ বন্ধু বয়োবৃদ্ধ শ্ৰীযুত মাণিকচন্দ্ৰ হাজৰিকাদেৱৰ পৰা লাভ কৰিছোঁ। হাজৰিকাদেৱে অধিকাৰীৰ প্ৰকৃতি সম্বন্ধে বন্ধুৰ দৰেই খোলাভাবে মন্তব্য কৰিছে ঃ "কথা সুধিলে ততালিকে উত্তৰ নেপালে গোসাঁইক গালি পাৰিছিলোঁ। উত্তৰ নিদিয়াৰ কাৰণ সুধিলেও মুকলি মনেৰে কাৰণ কব নোৱাৰা হয়। সদায় পেটত কিবা ভাবি থকা যেন লাগে। হাতত কাগজৰ সৰু সৰু টুকুৰা আৰু এডাল পেঞ্চিল প্ৰায়ে দেখিছিলোঁ, কাগজৰ টুকুৰা-বিলাকত কি লিখে নেজানিছিলোঁ। আমাৰ ঘৰৰ পৰা গোঁসাইৰ ঘৰলৈ পিছৰাটেদি ৫০ গজমান দূৰ। প্ৰায়েই পুৱা-গধূলি আমাৰ ঘৰলৈ যায়। কাগজৰ টুকুৰা আৰু পেঞ্চিলডাল হাতত লৈ আমাৰ বান্ধনি ঘৰৰ পিৰালিতেই বহি মনে মনে কি লিখি থাকে প্ৰথমতে কব নোৱাৰিছিলোঁ। বহিবলৈ টুল এখন হাতত লৈ ওচৰলৈ গলেই 'যা যা, ওচৰলৈ নাহিবি' বুলি খেদি দিয়ে। বহুত দিনৰ মূৰত তেখেতৰ 'গীতি-মালিকা' কি 'কবিতামালা' (নামটো এতিয়া মোৰ মনত নাই)খন ছপা কৰাই আনি মোক দেখুৱালে। তেতিয়াহে জানিলোঁ গোঁসাই কবি—এনেকৈ বহি বহি কবিতা আৰু গান লিখি আছিল আৰু তেতিয়াৰ পৰাই মোৰ 'নীৰৱ কবিক' মনে মনে বহি লিখা কামত ব্যস্ত থাকিলে জোকাই আমনি কৰিবলৈ এৰিলোঁ।"

হাজৰিকাদেৱে আকৌ জনাইছে ঃ “মই শ্বিলঙলৈ ১৯১৩ চনৰ ফেব্ৰুৱাৰী মাহত আৰু গোঁসাই মোতকৈ ছমাহমানৰ আগতে আহিছিল। ১৮৯৭ চনত যদিও আসাম ক্লাব স্থাপিত হৈছিল, ১৯০৫-৬ চনত পূৰ্ববঙ্গ-আসাম ৰাজ্য হওঁতে আমাৰ অসমীয়া মানুহ শ্বিলঙত প্ৰায় নোহোৱাই হ’ল। আমি আহোঁতে ২০ জনমানহে আছিল। সেইকেজনৰ ভিতৰত ইমান মিলাপ্ৰীতি আছিল যে প্ৰায় সকলোৱেই নিতৌ ক্লাবত সন্ধ্যা গোট খাই খেলাই খেলিব, পঢ়াই পঢ়িব, কথা পতাই কথা পাতিব, আকৌ হয়তো. কেইজনমানে থিয়েটাৰৰ আখৰা কৰিব। এইদৰেই ৰাতি ৮৷৯ বজালৈকে ক্লাবত সদায় দেখা শুনা হৈছিল।...

“গোঁসাইৰ মাত বৰ মিঠা আছিল, হাৰ্মোনিয়াম বজাই গান গাবলৈকো জানিছিল। আমি যেতিয়া শ্বিলঙলৈ আহোঁ, সেই সময়ত গান গাব জনা মানুহ নাছিল বুলিলেও অত্যুক্তি কৰা নহয়। মই গান ৰচিছিলো আৰু গোঁসায়ে গাইছিল। আমি থিয়েটাৰ কৰিছিলোঁ; দেখিবলৈ ধুনীয়া আৰু মাত কোমল হোৱাৰ কাৰণে গোঁসায়ে তিৰোতা মানুহৰ ভাও লৈছিল। অফিছৰ কামত গোঁসাইৰ মন নবহিছিল। স্বাধীনমনা দেখিয়ে স্বাধীনভাৱে চলিবলৈ ভাল পাইছিল আৰু মাজে সময়ে শ্বিলঙত গোলামী কাম নকৰি গুচি যোৱাৰ কথাও কৈ আছিল। কাৰ্য্যতো তাকেই কৰিলে। ১৯২২ চনত চাকৰি ইস্তফা দি ঘৰতে এটা ছপাখানা খুলি লিখা-পঢ়া কৰি দিন কটাব বুলি মোক কৈছিল।...

“বৰ্ত্তমানে এতিয়া লাবানত শ্বিলং কলা পৰিষদ থকা ঘৰটো আগতে অসমীয়া ল’ৰা-ছোৱালীৰ নিম্ন-প্ৰাইমাৰী স্কুল আছিল। আগেয়ে অসমীয়া ল’ৰা-ছোৱালীয়ে বঙালী স্কুলত বঙালী ভাষা পঢ়িছিল। শিক্ষাবিদ ৺কমলাকান্ত বৰুৱা শ্বিলঙলৈ ১৯১৪ চনত যেতিয়া শিক্ষা বিভাগৰ ডাইৰেক্টৰৰ পাৰ্ছনেল এচিছটেণ্ট হৈ আছিল, তেতিয়া তেখেতৰ যত্নত প্ৰাইমাৰী স্কুলখন ১৯১৮ চনত স্থাপিত হয়। ডি-পি-আই মিষ্টাৰ কানিংহাম চাহাবে ঘৰ সাজিবলৈকো টকা দিলে, কিন্তু ঘৰ সাজিবলৈ মাটি নথকাত গোঁসায়ে তেনেই কম টকাতে অৰ্থাৎ ৮০৲ টকাত মাটিডোখৰ দান কৰিলে বুলিহে ধৰিব পাৰি। এতিয়া সেই মাটিৰ অতি কমেও চাৰি বা পাঁচহেজাৰ টকাৰ মূল্য

অধিকাৰীয়ে শ্বিলঙৰ পুলিচ অফিচত নবছৰমান চাকৰি কৰে। এই সময়ত তেওঁ লাবানত ঘৰ এটাও সাজে। ইয়াৰ ভিতৰতে প্ৰথম মহাযুদ্ধৰ কালত তেওঁ পুনা আদি ঠাইত চৰকাৰী কাৰ্য্যত কিছু ঘূৰে। ১৯২২ চনত তেওঁ চাকৰি এৰি দি গুৱাহাটীত থাকিবলৈ লয়! এই সময়ত তেওঁৰ মন বিবিধ আঁচনি-পাঙনিয়ে উখলমাখল লগাইছে। প্ৰকৃতিত খৰচী আৰু উদাৰ হোৱা কাৰণে টকা পইচা হাতত বিশেষ গোটাব নোৱাৰা স্বত্বেও অন্তৰৰ প্ৰেৰণাতে তেওঁ 'অৰুণা প্ৰেছ' নাম দি ছপাখানা এটি স্থাপন কৰে আৰু 'অৰ্ঘ্য' নামে পষেকীয়া আলোচনী এখন উলিয়ায়। লগতে 'অৰ্ঘা পাব্লিছিং হাউছ' নাম দি কিতাপ ছপোৱা অনুস্থান এটাও গঢ়ি তুলিবলৈ চেষ্টা কৰে। ডঃ সূৰ্য্য কুমাৰ ভূঞাৰ 'পঞ্চমী'ৰ কিছু অংশ পোনতে অৰুণা প্ৰেছতে ছপা হয়। এই প্ৰেছতে কামৰূপ প্ৰেছৰ গৰাকী শ্ৰীযুত প্ৰতাপচন্দ্ৰ তালুকদাৰ, নিউ প্ৰেছৰ প্ৰিণ্টাৰ শ্ৰীযুত সোণাৰাম বেজ আদি লোকে পোনতে কাম শিকে। এই প্ৰেছত কাম কৰা দেছোৱালী গোবৰ্দ্ধন গান্ধীৰ নামতে শৰণীয়া পাহাৰৰ নাম-নিৰ 'গান্ধীবস্তী' গঢ়ি উঠিছে।

অধিকাৰীৰ সতীৰ্থ সু-সাহিত্যিক পদ্মধৰ চলিহাদেউ অৰ্ঘাৰ যুটীয়া সম্পাদক আছিল। অৰ্ঘাৰ প্ৰতিস্থা সম্পৰ্কত চলিহাদেৱে চিঠি এখনেৰে (২৪।৫।১৯৫১) মোক জনাইছিল, "মই ১৯২৩ চনত ডিব্ৰুগড়ত ওকালতি কৰিবলৈ যাওঁ। তেখেতে মোক জনালে যে তেখেতে 'অৰ্ঘ্য' নামেৰে পষেকীয়া আলোচনী কাকত উলিয়াবলৈ যো-জা কৰিছে আৰু মোৰ সহ-যোগীতা বিচাৰি মোৰ নাম যুটীয়া সম্পাদক স্বৰূপে দিবলৈ মোৰ সন্মতি খুজি পঠাইছে। তেখেতে আৰু জনালে যে গুৱাহাটীৰ পৰাই কাকতখন প্ৰকাশ কৰা হব আৰু কলিকতাত ধুনীয়াকৈ ছপোৱাৰ দিহা কৰা হব। মই মাতৃভাষাৰ সেৱা কৰাৰ এনে এটি সুযোগ পাই উলাহেৰে সন্মতি দিলোঁ। তেখেতে নিজৰ আৰু আনৰ প্ৰৱন্ধবোৰ গোটাই চাইচিতি বাছি দিবলৈ মোলৈকে সদায় পঠাই আছিল। সম্পাদকীয়খিনিও মোকে লিখিবলৈ দিছিল। কাকতখন সোনকালে বৰ জনপ্ৰিয় হৈ উঠিছিল। গ্ৰাহকৰ সংখ্যাও ক্ৰমে বাঢ়ি আহিছিল। ময়ো কাকতখনৰ লগত সংশ্লিষ্ট থাকি কাম কৰি নথৈ আনন্দ পাইছিলোঁ। বিশেষকৈ অৰ্ঘাৰ বিহু সংখ্যাই এটি যুগান্তৰ

উপস্থিত কৰিছিল বুলিলে বোধকৰোঁ বঢ়াই কোৱা নহব। সেই সংখ্যাৰ প্ৰবন্ধ সম্ভাৰ দেখি সকলোৱে শলাগিছিল। কিন্তু অসমৰ কি দুৰ্ভাগ্য। তেখেতৰ নিচিনা উদ্যোগী দেশহিতৈষী সাহিত্যানুৰাগী পুৰুষ এজনক নিষ্ঠুৰ কালে অকালতে হৰি নিলে !……অৰ্ঘ্যৰ পৰিচালনা কৰা কামত সেই কালৰ প্ৰবীণ সাহিত্যিকসকলৰ পৰা খুব ভাল response পাইছিলোঁ। ৺শৰৎ গোস্বামী, ৺ৰজনী বৰদলৈ, শ্ৰীযুত জ্ঞান বৰা, মৌঃ ছয়িদুৰ ৰহমান, ডঃ মফিজুল ইছলাম বৰা আদি সকলোৱে আগ্ৰহেৰে প্ৰবন্ধ পঠাইছিল। 'নৈবিদ্য', 'সাহিত্য বাতৰি' প্ৰভৃতি featuresবোৰ অৰ্ঘ্যৰ বিশেষত্ব আছিল।……"

অৰ্ঘ্যত শ্ৰীযুত নকুলচন্দ্ৰ ভূঞাৰ কেইবাটিও গল্প, ৺ৰজনীকান্ত বৰদলৈৰ 'ৰঙ্গিলী' উপন্যাসৰ কিছু অংশ, ৺তৰুণৰাম ফুকনৰ কেইবাটিও চুটি কবিতা, ডঃ সূৰ্য্যকুমাৰ ভূঞা আৰু শ্ৰীযুত পদ্মধৰ চলিহাদেৱৰ সাহিত্যসম্পৰ্কীয় আলোচনা, ৺আনন্দচন্দ্ৰ আগৰৱালাৰ 'পুৰণি কথা', শ্ৰীযুত জ্ঞাননাথ বৰাৰ আমোদজনক 'পিঠাৰ মেল', তাৰ উপৰি 'খেতিয়কৰ বিননি', 'হাড়ৰ গুৰিৰ সাৰ', 'অসমত সমবায় বিস্তাৰ', 'স্বৰাজ-আন্দোলন আৰু অসমীয়া সাহিত্য', আদি বিবিধ ধৰণৰ জাতীয় চৈতন্য জগাই তুলিবৰ অৰ্থে ৰচা প্ৰবন্ধ-সম্ভাৰ প্ৰকাশ হৈছিল। আলোচনীখনে যথেষ্ট বিজ্ঞাপনো যোগাৰ কৰিব পাৰিছিল। প্ৰথম সংখ্যাত অধিকাৰীৰ 'জন্মভূমি' বুলি কবিতা এটি ওলাইছিল—

…দেশ দেশান্তৰ কত ভ্ৰমিলোঁহে আই
য'তে যেতিয়াই আছোঁ যেনুৰা
সুখতে মত্ত হই,
তোমাৰ মু'খনি আৰু চেনেহ তোমাৰ
পাহৰাতো নাই, পাহৰাতো নাই
কেতিয়াও মই।…

অধিকাৰীৰ মৃত্যু হয় ১৯২৫ চনৰ ২ মাৰ্চ্চত, লগে লগে অৰ্ঘ্যৰো অৱসান। তেওঁ দুদিনমানৰ কাৰণে অসুখীয়া শৰীৰেৰে গাঁৱৰ ঘৰলৈ

গৈছিল। তেওঁক সত্বৰ নিউমোনিয়া ৰোগে লম্ভিলে। চিকিৎসাতো অলপ বিভ্ৰাট উপজিল। কেইদিনমানৰ পাচতে তেওঁ সংসাৰৰপৰা মেলানি লয়। চলাবলৈ ঘৰত উপযুক্ত লোক নথকাত অধিকাৰীৰ মেলা পোহাৰ ততালিকে চপাই পেলোৱা হ'ল, প্ৰেছ বিক্ৰী কৰিলে, তেওঁৰ থৈ যোৱা অপ্ৰকাশিত ৰচনা আদি ধ্বংস কৰিলে, আনকি ফটিক কুটীৰৰ কাষত খেৰৰ ঘৰ এটাৰে 'লিজ' লোৱা মাটি এডোখৰ আছিল, তাকো এশ টকাতে হস্তান্তৰ কৰা হ'ল। এইবিলাক কথাৰ কাৰণে কিছু পৰিমানে জগৰীয়া সাহিত্য-চাহিত্যৰ ভু-নৰখা তেওঁৰ বায়েক আৰু ভিনীহিয়েক। অধিকাৰীয়ে ঋণ কিছু থৈ গ'ল, সেই ঋণ পৰিশোধ কৰোঁতে তেওঁৰ আত্মীয়-পৰিজনে যথেষ্ট দিগ পায়।

এই উৎসাহী, উদ্যোগী ডেকাজনৰ মৃত্যুৰ সময়ত বয়স ছয়ত্ৰিশো পূৰ হোৱা নাছিল। গাঁৱৰ পৰা ওলাই অহা ডেকা এজনে চহৰত খোপনি পুতি লৈ জাতীয় জীৱন নিয়ন্ত্ৰণ কৰিবলৈ দুঃসাহস কৰিলেও এই ডেৰকুৰি-বছৰীয়া চমু কালত কিমান কামেইবা হব পাৰে? কিমান মানুহৰ সংসাৰত থিয় হবলৈ চেষ্টা কৰোঁতেই ডেৰকুৰি বছৰ পাৰ হৈ যায়।

চাকৰি এৰি অহাৰ পিছত তেওঁৰ ব্যৱসায়ৰ প্ৰতি ধাউতি ওপজে। প্ৰেছ স্থাপন কৰাৰ উপৰিও শ্ৰীযুত ৰাধানাথ ফুকনৰ লগত মাটি কিনি বামুণ-মৈদামৰ পাহাৰত কমলাৰ বাগান কৰা, ৺ডাক্তৰ হেম বৰুৱাৰ লগত নৱগ্ৰহ পাহাৰৰ মাটিত আলুখেতি কৰা, বিদেশলৈ এড়ি-মুগাৰ কাপোৰ চালান দিয়া—ইত্যাদি এশ এটা বুধিয়ে তেওঁক ব্যস্ত ৰাখিছিল। কলেজত পঢ়া দিনতে নৱগ্ৰহ পাহাৰৰ বাঘৰ চোং হাবিত তেওঁ একৈশ বিঘা মাটি কিবা উপায়ে যোগাৰ কৰে। এই মাটিৰ সৰহখিনি তেওঁ জীয়াই থকা কালতে বিক্ৰী হয়, বাকী কিছু পিচত ধাৰ মাৰিবলৈ বেচা হয়। ইয়াৰ অলপ মাটি আৰু বামুণ মৈদামৰ মাটি পিচত মই পাইছোঁ। শ্ৰীযুত অম্বিকানাথ বৰাই গল্প এটা কৈছিল। অধিকাৰীয়ে এবেলি চৌদিশে বিজ্ঞাপন পঠিয়ালে যে তেওঁ অতি উত্তম এড়ি-মুগা কাপোৰ যোগাব পাৰে, ঠায়ে ঠায়ে নমুনাও পঠিয়ালে। অকস্মাৎ আমেৰিকাৰ পৰা অৰ্ডাৰ আহিল—বিশেষ নমুনাৰ একলাখ টকাৰ মুগা কাপোৰ লাগে। অধিকাৰী বিমোৰত পৰিল, কলে, "মই ক'ৰ পৰা পঠিয়াম? ইমান কাপোৰ মই কেনেকৈ যোগাম?" কিন্তু এইদৰে মাটি

কিনা, বাগান পতা, ব্যৱসায় স্থাপন কৰি অসমীয়া ডেকাক আকৰ্ষণ কৰা, আদি কাৰ্য্যই তেওঁৰ কল্পনা শক্তি আৰু দূৰদৃষ্টিৰে পৰিচয় দিয়ে। প্ৰকৃততে এটি তেজী আৰু স্বাধীনচিতীয়া দৃষ্টিভঙ্গী অধিকাৰীৰ আছিল। শ্ৰীযুত বিমলা-প্ৰসাদ চলিহাৰ ভিনীহিয়েক ৺সীতানাথ বৰবৰাই কোৱা মতে পৰে শ্বিলঙৰ পুলিচ অফিচত কেৰাণী চাকৰি কৰি থাকোঁতেও তেওঁৰ পোনপটীয়া নিৰ্ভীক ব্যৱহাৰৰ কাৰণে বঙালী সহকৰ্ম্মীসকলে তেওঁক সমীহ কৰি চলিছিল। সেই সময়ত শ্বিলঙত অসমীয়া চাকৰিয়ালৰ সংখ্যা নিচেই তাকৰ। অধিকাৰীয়ে নিজে চেষ্টা কৰি দুই-এজন অসমীয়া ডেকাক চেক্ৰেটেৰিয়েট, ডি. পি. আই. আদি অফিচত চাকৰি যোগাৰ কৰি দিয়ে।

নহিৰাৰ অধিকাৰী পৰিয়ালত এওঁৰ জন্ম এটি ব্যতিক্ৰম যেনহে লাগে। এওঁৰ যি সামাজিক দৃষ্টিভঙ্গী আৰু সাহিত্যিক প্ৰতিভা তাৰ প্ৰেৰণা বংশগত যেন নালাগে। মৰমিয়াল প্ৰকৃতিৰ আৰু লাহবাহ নোহোৱা চালচলনৰ কাৰণে গাঁৱৰ বুঢ়া-মেথা মানুহে এতিয়াও তেওঁৰ কথা কৈ বেজাৰ কৰে। নহিৰা গাৱঁৰ সাহিত্যানুৰাগী লোক প্ৰথম হৈছে ডেপুটি কমিশ্যনাৰ ৺ভাৰতচন্দ্ৰ দাস, বি. এ.। কুমাৰৰ সন্তান ভাৰতচন্দ্ৰ দাসে পুৰণি সাহিত্যৰ প্ৰতি বিশেষ প্ৰীতি দেখুৱাইছিল। এওঁৰ পিচতে অধিকাৰীৰ নাম উল্লেখ কৰিব লাগে। নহিৰাৰ দ্বিতীয় গ্ৰেজুৱেট অধিকাৰীৰ দ্বিতীয় ভায়েক শ্ৰীযুত দেৱদত্ত গোস্বামী ধুবুৰী চৰকাৰী হাইস্কুলৰ হেডমাষ্টৰ আছিল, এতিয়া অৱসৰপ্ৰাপ্ত। অধি-কাৰীয়ে বিয়া কৰাইছিল গুৱাহাটীৰ শ্ৰীযুত কুমুদেশ্বৰ গোস্বামীৰ ভাগিনী-য়েকক। গোস্বামীৰ পিতৃ নহিৰাৰে লোক আছিল। যোৰহাটৰ নৃত্যশিল্পী শ্ৰীযুত সুৰেশচন্দ্ৰ গোস্বামীৰ পিতৃও নহিৰাৰ লোক আছিল।

সি যি নহওক, অধিকাৰীয়ে পঁয়ত্ৰিশবছৰীয়া জীৱন এটিত স্থায়ী মূল্যৰ বিশেষ একো থৈ যাব নোৱাৰিলেও উজ্বল চানেকি এটি নিশ্চয় এৰি গ'ল। তেওঁৰ যি খ্যাতি তাৰ ভেটি সম্ভৱ কৰ্ম্মৰ পৰিমাণ নহয়, কৰ্ম্মৰ প্ৰচেষ্টা, বা তাতকৈয়ো তেওঁৰ আকৰ্ষণীয় ব্যক্তিত্ব। শ্ৰীযুত ৰঘুনাথ চৌধাৰীদেৱে পিতাৰ কথা ওলালে মন্তব্য কৰে এইদৰে—“দক্ষিণপাৰত এনে অমায়িক আৰু প্ৰতিভাবান পুৰুষ আৰু মই পোৱা নাই। ঘৰ সোমালেই জ্বলি থকা উৎসাহ-পূৰ্ণ চকুদুটাহে লক্ষ্য কৰিব লাগে।” কলেজত তেওঁ দুবছৰমানহে পঢ়িছিল,

তথাপি তেওঁ যে সেই অলপ সময়ৰ ভিতৰতে দুইএক অধ্যাপকৰ মনত সাঁচ পেলাব পাৰিছিল তাৰ প্ৰমান মই নিজে পঢ়াকালত আমোদজনক-ভাৱে পাইছিলোঁ। মই তেতিয়া কটন কলেজৰ চতুৰ্থবাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। এদিন বুৰঞ্জীৰ শ্ৰেণীত অধ্যাপক ৺ভুবনমোহন সেনে মোৰ মুখলৈ চাই পিতাৰ কথা মনত পৰিলত হঠাৎ স্বভাৱসুলভ গলগলীয়া মাতেৰে কৈ উঠিল, "I won't forget him in all Sahara"। অধ্যাপক সেনৰ ইংৰাজী ভাষাত দক্ষতা আছিল, তাৰ উপৰি তেওঁ আছিল ৰহস্যপৰায়ণ। মই কিন্তু পিতৃ-সম্পৰ্কত কৰা সেই উক্তিৰ মৰ্ম্ম ততালিকে ভেদ কৰিব নোৱাৰিলোঁ—আন-বিলাক ছাত্ৰইতো তেওঁ কি কলে তলকিবই নোৱাৰিলে। পিচত অলপ গমি চাই বুজিলোঁ—চাহাৰা সিংহৰ কাৰণে জনাজাত, এনে চাহাৰাতো তেওঁ সিংহদত্তৰ কথা পাহৰিব নোৱাৰে! ভাবি তৃপ্তি পালোঁ। পিতাৰ নামটো আজিকালিৰ হিচাবত অলপ কৌতুকপূৰ্ণ যদিও তেনে নামৰ কাৰণে কুণ্ঠিততো হবই নালাগে, বৰং গৰ্বহে কৰিব পাৰি।

---

# অসমীয়া সাহিত্যৰ পটভূমিত অসমৰ ছাত্ৰ

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

[ অসমীয়া সাহিত্য আৰু অসমৰ ছাত্ৰ আন্দোলনৰ বিষয়ে ইয়াত বিশদ আলোচনা নাই ; মাত্ৰ কেইটামান উল্লেখযোগ্য ইঙ্গিতহে দিয়া হৈছে । ]

"প্ৰাগ্ জ্যোতিষৰ ভাষা মধ্যদেশৰ ভাষাতকৈ অলপ বেলেগ" বুলি কোৱা চৈনিক পৰিব্ৰাজক হিউৱেন চাঙৰ উক্তিতে পোণ প্ৰথমে অসমীয়া ভাষাৰ স্বকীয়া অস্তিত্বৰ সন্তেদ পোৱা যায় । যদিও সেই যুগৰ অসমীয়া ভাষা-সাহিত্যৰ কোনো নিদৰ্শন আমাৰ হাতত নাই, আৰু যদিও সেই যুগত প্ৰান্তীয় ভাষাই স্বকীয়া গঢ় লৈছিলনে নাই সি সন্দেহৰ বিষয়, তথাপি ইয়াক অসমীয়া ভাষাৰ বৈশিষ্ট্যৰ পূৰ্ব্বাভাস ৰূপে ধৰাত কোনো অখণ্ডনীয় বাধা নাই ।

মাজৰ পাঁচশ বছৰ কাল আন্ধাৰে-মুন্ধাৰে পাৰ হৈ ত্ৰয়োদশ শতিকা পালেহি আমি পোহৰৰ সন্ধান পাওঁ । কাব্য-ৰীতি, প্ৰকাশ-ভঙ্গী, শব্দৰ গঠন, ক্ৰিয়াৰ কাল আদি ভাষাৰ সকলো অঙ্গ পৰিপুষ্ট হোৱা পূৰ্ণাৱয়ব অসমীয়া ভাষাই লিখনীৰ যোগেদি পৰিমাৰ্জ্জিত হৈ দেখা দিয়ে। অসমীয়া সাহিত্যৰ লিখিত ৰূপো তেতিয়াই আমি দেখিবলৈ পাওঁ । তেতিয়াৰ পৰা আজিৰ যুগলৈকে ধাৰ নিছিগাকৈ অসমীয়া ভাষাৰ ঘাই সুঁতি বব লাগিছে । অসমীয়া ভাষা সাহিত্যৰ এই সাত শ বছৰীয়া ইতিহাসত কেবাটাও সঙ্কট পূৰ্ণ মুহূৰ্ত্তই দেখা দিছে। সেই সকলোবোৰৰ ভিতৰত অসমৰ পৰাধীনতাৰ কালছোৱাৰ আৰম্ভণি যুগটোৱেই এটাইতকৈ দুৰ্য্যোগপূৰ্ণ ।

ইয়াণ্ডাবুৰ সন্ধিসূত্ৰ অনুসাৰে ১৮২৬ চনতে অসম দেশ ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতলৈ যায়। কেইবছৰ মানৰ পিছত (১৮৩৩ খৃঃ) মটক আৰু খামটি ৰাজ্যৰ বাহিৰে ধনশিৰীৰ পূব ফালৰ অঞ্চল পুৰন্দৰ সিংহক লালবন্দী কৰি দিয়া হয়, কিন্তু ১৮৩৮ খৃষ্টাব্দত এই খণ্ডও ইংৰাজৰ খাচ দখললৈ আহে। ইষ্ট ইণ্ডিয়া কোম্পানীৰ দখলত থকা সমগ্ৰ ভাৰতত এটা পৰিৱৰ্ত্তনৰ সূচনা হয়। লৰ্ড বেণ্টিকৰ আমোলত কোম্পানীয়ে দেশৰ শিক্ষা বিস্তাৰৰ বাবে একলাখ টকাৰ ব্যয় মঞ্জুৰ কৰে। দেশীয় পদ্ধতিৰে দেশী ভাষাৰ যোগেদি শিক্ষা দিয়াৰ সিদ্ধান্তও লয়।

১৮৩৫ চনত অসমত প্ৰথম জিলা স্কুল (আজি কালিৰ হাইস্কুল) স্থাপিত হয়। শিক্ষানুষ্ঠানৰ পুৰণি ব্যৱস্থা ক্ৰমে লোপ পোৱাত আৰু নতুন ব্যৱস্থাও নোহোৱাকৈ থকাৰ পোন্ধৰ-বিশ বছৰ পিছত জিলা স্কুল স্থাপন হোৱাত প্ৰথমে বহুতে সন্দেহৰ চকুৰে চাইছিল যদিও অলপ দিনৰ ভিতৰতে সকলোৱে ইয়াক আগ্ৰহেৰে গ্ৰহণ কৰিলে।

১৮৩৬ চনৰ শেষ ভাগত অসমীয়া ভাষাৰ স্বীকৃতি চৰকাৰে তুলি লয়। অসম দেশত কোম্পানীৰ আধিপত্য বিস্তাৰৰ পিছত অসমীয়া ভাষাই শিক্ষা আৰু শাসনৰ মাধ্যম হৈছিল; কিন্তু বেছিদিন এই অৱস্থা নাথাকিল। কোম্পানীৰ চৰকাৰৰ এই কাৰ্য্য ১৮৩৫ চনত ঘোষিত নীতিৰ বিৰোধী আছিল। তথাপি এনে কাৰ্য্য হবলৈ পালে। বৃটিছ শাসকৰ লগত অহা সেই সময়ৰ বঙ্গদেশৰ এক শ্ৰেণীৰ কৰ্ম্মচাৰীৰ প্ৰৰোচনাত অসমীয়া ভাষা বঙলা ভাষাৰে বিকৃতৰূপ আৰু অসমীয়া এটা দোৱান বুলি কোৱা কথাই শাসকৰ সমৰ্থন লাভ কৰিলে আৰু অসম দেশত অসমীয়াৰ ঠাইত বঙলা ভাষা চলিল।

ঠিক এই সময়তে আমেৰিকাৰ বেপ্টিষ্ট মিছনৰ কেইজনমান উৎসাহী প্ৰচাৰক অসমলৈ আহে। ১৮৩৬ চনৰ মাৰ্চ মাহত এই মিছনৰ এটা দল সদিয়া পায় গৈ। এনেকুৱা আৰু ছুটামান সৰু দলে উজনি অসমৰ জয়পুৰ, শিৱসাগৰ আদিত থিতাপি লৈ ধৰ্ম্ম প্ৰচাৰৰ কামত মন দিয়ে।

মিশ্যনেৰীবিলাকে তেওঁলোকৰ স্বীকৃত নীতি অনুসাৰে স্থানীয় ভাষাৰে খৃষ্ট ধৰ্ম্মৰ বাণী প্ৰচাৰ কৰিবলৈ গৈ অসমত প্ৰচলিত এই অদ্ভুত অৱস্থা

উপলব্ধি কৰিলে। তেওঁলোকে অসমীয়ালোকৰ সহায়ত অসমীয়া ভাষাৰ ব্যাকৰণ অভিধান কেইবছৰমানৰ ভিতৰতে প্ৰকাশ কৰিলে। ইতিপূৰ্ব্বে বঙ্গদেশৰ শ্ৰীৰামপুৰত মিছনাৰীসকলে বঙ্গভাষাত বাইবেলৰ অনুবাদ কৰিবলৈ গৈ ডাঙৰ সমস্যাৰ সন্মুখীন হৈছিল। বঙ্গভাষাত তেতিয়া বাইবেল অনুবাদ কৰিব পৰা গদ্যৰ সৃষ্টি হোৱা নাই, গদ্য সাহিত্যৰ আৰ্হি নাই। স্বৰূপতে ঘৰুৱা চিঠি আৰু ফাৰ্চী মিশ্ৰিত চৰকাৰীৰ চিঠি পত্ৰৰ বাহিৰে গদ্য সাহিত্যৰ কোনো নিদৰ্শনেই নাই গতিকে উৎসাহী মিছনাৰী কেৰী চাহাবে ৰাম ৰামদত্ত আদিৰ সহায়ত ফোৰ্ট উইলিয়ামত প্ৰতিষ্ঠিত কলেজত বঙলা গদ্যৰ সৃষ্টি কৰিবলৈ উঠি পৰি লাগিল।

১৮৫৭ খৃষ্টাব্দত কলিকতা বিশ্ব বিদ্যালয় প্ৰতিষ্ঠিত হয়। বিশ্ববিদ্যালয় স্থাপন হোৱাৰ আগতো অসমৰ পৰা কেইজনমান উৎসাহী ডেকাই সেই কালতে কলিকতাত শিক্ষা লাভ কৰিবলৈ গৈছিল। এওঁলোকৰ ভিতৰত প্ৰাতঃস্মৰণীয় ৺আনন্দ ৰাম ঢেঁকীয়াল ফুকনে ১৮৪১ খৃঃত কলিকতাৰ হিন্দু কলেজত ভৰ্ত্তি হয়। কলিকতাত থকা তিনি বছৰ কালত ঢেঁকিয়াল ফুকনে নিজৰ দেশৰ আৰু মাতৃভাষাৰ দৈন্যৰ কথা মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিছিল। গতিকে শিক্ষা সাং কৰি অসমলৈ ঘূৰি অহাৰ পিছত ঢেঁকিয়াল ফুকনে ছদ্ম নামত অৰুণোদয়ত আত্ম প্ৰকাশ কৰিছিল। অসমীয়া ভাষাৰ স্বকীয়া অস্তিত্ব আৰু শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিবলৈ ঢেঁকিয়াল ফুকনে কাৰ্য্যকৰী পন্থা বাছি ললে। তেখেতে ছাত্ৰ-ছাত্ৰীৰ বাবে 'অসমীয়া লৰাৰ মিত্ৰ' নাম দি দুছোৱা কিতাপ প্ৰকাশ কৰিলে। ভাষাৰ শব্দৰাশি সংগ্ৰহ কৰি অসমীয়া ইংৰাজী আৰু ইংৰাজী অসমীয়া অভিধান লিখিলে (দুৰ্ভাগ্য যে অভিধান প্ৰকাশ নহল)। জটিল শাসন কাৰ্য্যৰ পৰা ন্যায় বিচাৰলৈকে, ঘৰুৱা কথা বতৰাৰ পৰা উচ্চ দাৰ্শনিক চিন্তালৈকে সকলো প্ৰকাৰ ভাব প্ৰকাশৰ বাবে অসমীয়া ভাষাৰ বাক্য ৰীতি যে সবল আৰু শব্দ সম্ভাৰ পৰ্য্যাপ্ত তাকে প্ৰমান কৰিবলৈ ঢেঁকিয়াল ফুকনে বিবিধ বিষয়ৰ একো ছোৱা গদ্য অসমীয়ালৈ ভাঙি তেখেতৰ "এজন দেশীয় লোকৰ অসমীয়া ভাষা সম্পৰ্কে মন্তব্য" (এ ফিউ ৰি মাৰ্কচ্ অন্ দি আচামিজ্ লেন্গুৱেজ বাই এ নেটিভ) নামৰ তথ্য বহুল পুস্তিকাত সন্নিবিষ্ট কৰিছিল। এই পুস্তিকাখনি প্ৰকাশ হয় ১৮৫৬ খৃঃত।

অসমৰ শাসন ব্যৱস্থা আদিৰ তদন্ত কৰিবলৈ অহা মিলচাহাবক ঢেকিয়াল ফুকনে দিয়া লিখিত বিবৰণে মিলচ্ ৰিপৰ্টৰ পৰিশিষ্ট ৰূপে ঠাই পাইছিল। প্ৰায় কুৰি বছৰ কাল মূক হৈ থকা অসমীয়া ভাষা ঢেকা ঢেঁকিয়াল ফুকনৰ কণ্ঠত প্ৰথমে ধ্বনিত হ'ল বুলিব পাৰি। যদিও ঢেঁকিয়াল ফুকন ১৮৪৭ খৃষ্টাব্দতে বৃটিছ চৰকাৰৰ কামত সোমায় আৰু মৃত্যুৰ সময়লৈকে (১৮৫৯ খৃঃ ১৬ জুন) চৰকাৰৰ বিবিধ দায়িত্ব বহন কৰি থাকে, তথাপি তেখেতে অসমীয়া ভাষা-সাহিত্য সম্পৰ্কে ছাত্ৰজীৱনত আৰম্ভ কৰা ব্ৰতৰে এয়া উত্তৰ-সাধনা বুলি ধৰিব পাৰি।

অসমীয়া ভাষাৰ আৱশ্যকীয় স্বীকৃতি আৰু যথাযোগ্যস্থান নোহোৱাৰ প্ৰতিক্ৰিয়া বিভিন্নৰূপে প্ৰকাশ হৈছিল। বিশেষকৈ সেই যুগৰ অসমীয়া ছাত্ৰসকলৰ মনত আত্মপ্ৰত্যয় আৰু আত্ম গৰিমাতো ই আঘাত কৰিছিল আৰু তাৰ ফল শিক্ষা ক্ষেত্ৰত বিষময় হৈছিল। নহলে ১৮৩৫ খৃষ্টাব্দতে অসমত জিলাস্কুল স্থাপন হোৱা সত্বেও আৰু কলিকতা বিশ্ববিদ্যালয় স্থাপনৰ আগৰেপৰা অসমীয়া ছাত্ৰ কলিকতালৈ পঢ়িবলৈ গৈছিল যদিও ১৮৯৭ চনলৈকে কোনো অসমীয়া ছাত্ৰ এম, এ পৰীক্ষাত উত্তীৰ্ণ হোৱা নাছিল। অসমীয়া ছাত্ৰৰ মেধা বা প্ৰতিভা কম বাবে এনে হোৱা নাছিল; হৈছিল সুবিধা নোহোৱা বাবে হে।

১৮৭২ খৃষ্টাব্দত কেম্পবেল চাহাবৰ দিনত অসমীয়া ভাষাই পঢ়াশালি আৰু আদালতৰ ভাষাৰূপে স্বীকৃতি পালে সঁচা, কিন্তু কাৰ্য্যক্ষেত্ৰত বিশেষ পৰিবৰ্ত্তন নহ'ল। পূৰ্ব্বাৱস্থাৰ প্ৰতিধ্বনিয়েই বহুদিনলৈ থাকি গ'ল।

অৱস্থাৰ এই ৰূপটো উপলব্ধি কৰিলে কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰ সকলে। উপলব্ধিৰ প্ৰেৰণা যোগাইছিল ঢেঁকিয়াল ফুকনৰ খোজতে খোজ দিওঁতা গুণাভিৰাম বৰুৱাদেৱৰ সাহিত্যিক কাৰ্য্যকলাপে আৰু "হেমৰ কোষেৰে ভাষাৰ ওখ দৌল বান্ধি ভাষাক সাৰথি কৰি, নুমাব লগীয়া অসমীয়া নাম" জিলিকাই ৰখা ৺হেমচন্দ্ৰ বৰুৱাৰ নিৰলস সাহিত্য সাধনাই।

কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰ কেইজনমানে কোনোবা এদিন (১৮৮৮ খৃঃ) চাহ খোৱা মেলত কথা চোবাওঁতেই অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা নামে এখন সভাৰ কথা চিন্তা কৰিলে। যি সময়ত (১৮৮৫ খৃঃ)

ভাৰতৰ কেইজনমান চিন্তাশীল লোকে জাতীয় উন্নতিৰ বাবে ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্ম দিছিল, ঠিক প্ৰায় সেই সময়তে অসমীয়া ছাত্ৰকেইজনৰ অন্তৰত অসম আৰু অসমীয়াৰ উন্নতিৰ মূল স্বৰূপে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ কথাই তোলপাৰ লগাইছিল। স্বৰূপতে এই দুই চিন্তাধাৰাৰ প্ৰকৃতি একে ; আকৃতি অৰ্থাৎ উপলক্ষ আৰু প্ৰকাশহে বেলেগ ৰূপত।

সেই সময়ত ভাৰতত কোনো প্ৰকাৰৰ, নিশ্চিত ৰাজনৈতিক চিন্তাধাৰাৰ সোঁত বোৱা নাছিল। ৰাজনৈতিক চেতনা আছিল সঁচা ; কিন্তু সি সুনিশ্চিত ৰূপ লোৱা নাছিল। ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্ম হৈছিল যদিও, জনপ্ৰিয় হৈ উঠা নাই। গতিকে এনে অৱস্থাত অসমীয়া ছাত্ৰৰ প্ৰগতিশীল আৰু কাৰ্য্যপ্ৰৱন চিন্তাধাৰা স্বাভাৱিকতে অনিশ্চিত ৰাজনীতিৰ পৰা নিশ্চিত ভাষা সাহিত্যৰ ক্ষেত্ৰলৈ ঢাল খাইছিল। গতিকে ভাষা সাহিত্যৰ এই আলোড়ন বা কাৰ্য্যক্ৰম, সামান্য, সঙ্কীৰ্ণ বা ভাবপ্ৰৱণতাপূৰ্ণ বুলি ধৰিলে ভুল কৰা হ'ব। ইয়ো আছিল তেতিয়ালৈকে স্বপ্নমগ্ন ( নিদ্ৰামগ্ন নহয় ) হৈ থকা বিৰাট জাতীয় আন্দোলনৰ অন্য এটি ফাল মাথোঁ। পৃথিবীৰ বুৰঞ্জীৰ পাত মোকোলাই চালে এনে দৃষ্টান্ত বহুত ওলাব। আয়াৰলেণ্ডৰ জাতীয় জাগৰণো আৰম্ভ হৈছিল আয়াৰলেণ্ডৰ ভাষা সাহিত্যক কেন্দ্ৰ কৰি।

কলিকতাৰ 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ প্ৰথম অধিবেশন ১৮৮৮ খৃষ্টাব্দৰ ২৫ আগষ্ট তাৰিখে হৈছিল। এই অধিবেশনৰ আলোচনাৰ মাজেদি বিভিন্ন চিন্তাধাৰা সংহত হৈ নিৰ্দ্দিষ্ট পথেদি আগ বাঢ়িল। তাৰ ফল স্বৰূপে "জোনাকী" নামৰ আলোচনীখনে জন্ম লাভ কৰিলে। জোনাকীৰ যোগেদি অসমীয়া ছাত্ৰই অসমীয়া ভাষাৰ উন্নতি সাধন, সাহিত্য চৰ্চ্চাৰ বাট সকলোলৈকে মুকলি কৰি দিলে। অসমীয়া সাহিত্যৰ সেৱা সেই কালৰ অসমীয়া ছাত্ৰৰ কাৰণে পঢ়া-শুনাতকৈও ডাঙৰ হৈ পৰিছিল। ৺বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই লিখিছে যে জোনাকীলৈ প্ৰবন্ধ লিখি আকৌ পঢ়া-শুনাৰ ক্ষতি নকৰে বুলি অভিভাৰকৰ ওচৰত প্ৰতিশ্ৰুতি দিহে তেখেত এবাৰ কলিকতাত পঢ়িবলৈ যাব লগা হৈছিল।

অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা ( কেনে দীঘলীয়া নাম )ৰ শাখা প্ৰশাখা অসমতো ঠায়ে ঠায়ে হৈছিল আৰু সেই বিলাকতো প্ৰতিষ্ঠাৰ

গুৰিতে আছিল ছাত্ৰসকল। এই শাখা সভাবোৰেও অসমীয়া সাহিত্যৰ উন্নতিত বৰঙণি যোগাইছিল। অ. ভা. উ. সা. ৰে ৰূপান্তৰ হ'ল কলিকতাত এ, এচ, এল, ক্লাব। অসমৰ তেজপুৰ আদিত অ. ভা. উ. সা. একে নামেৰেই থাকি গ'ল।

বিংশ শতিকাৰ প্ৰথম বছৰতে গুৱাহাটীত কটন কলেজ স্থাপন হ'ল। লগে লগে কলিকতা প্ৰৱাসী অসমীয়া ছাত্ৰৰ সংখ্যাও কমি আহিল; তাৰ ফলস্বৰূপে সাহিত্য সাধনাৰ কেন্দ্ৰও কলিকতাৰ পৰা গুৱাহাটীলৈ কাৰ্য্যতঃ স্থানান্তৰিত হ'ল। কলিকতাৰ এ. এচ. এল. ক্লাবৰ আৰ্হিৰে গুৱাহাটীতো ১৯০৩ চনত এ, এচ, এল ক্লাবৰ প্ৰতিষ্ঠা হয়। ১৯০৫ চনত গুৱাহাটীত সেই একে উদ্দেশ্যেই একতা ক্লাবৰো প্ৰতিষ্ঠা হয়। এই তিনিওটা অনুষ্ঠানৰ উমৈহতীয়া কাৰ্য্যসূচী নাছিল যদিও, উদ্দেশ্য আৰু কাৰ্য্যপদ্ধতি একে আছিল। এই তিনিওটা অনুষ্ঠানে নিজা পদ্ধতিৰে কিছু কিছু কাম কৰিছিল; কিন্তু গোটেই অসম জুৰি বা গোটেই অসমৰ ছাত্ৰশক্তিক একত্ৰ কৰি কাম কৰাৰ সুযোগ তেতিয়াও হোৱা নাছিল।

১৯১৬ চন। গুৱাহাটীৰ কেইজনমান ছাত্ৰই সেই সময়ত গুৱাহাটীত বহা অসম 'এডুকেশ্যনেল কনফাৰেন্স'লৈ অহা শিক্ষাবিদ্‌সকলক নিমন্ত্ৰণ কৰি নবীন বৰদলৈ হলত (কাৰ্জ্জন হল) এখন সভা পাতি সমূহীয়া ছাত্ৰ অনুষ্ঠান গঢ়াৰ পৰামৰ্শ লয়। শিক্ষাবিদ্ সকলৰ পৰামৰ্শ বেলেগ বেলেগ হোৱাত ছাত্ৰ সকলে কোনো সিদ্ধান্ত নাপালে।

শিক্ষাবিদ্‌সকলৰ অনুকূল-প্ৰতিকূল মতে ছাত্ৰসকলৰ উৎসাহত চেঁচা পানী ঢালিলে যদিও, একতা সভাত আকৌ উৎসাহৰ জোৱাৰ উঠিল। কলিকতাৰ এ. এচ. এল. ক্লাবৰ সদস্যসকলে বিহাৰ ছাত্ৰ সন্মিলনৰ কথাৰে অসমৰ ছাত্ৰসকলক উদগনি দিলে। ছাত্ৰসকলৰ এখন সভা পাতিবৰ বাবে অভ্যৰ্থনা সমিতি গঠিত হ'ল আৰু ৺চন্দ্ৰনাথ শৰ্ম্মা অভ্যৰ্থনা সমিতিৰ সম্পাদক নিৰ্ব্বাচিত হ'ল। ১৯১৬ চনৰ ২৫ ডিচেম্বৰ তাৰিখে গুৱাহাটী নগৰত অসম এচোচিয়েশ্যনৰ সভামণ্ডপত সাহিত্যৰথী ৺লক্ষীনাথ বেজবৰুৱা দেৱৰ সভাপতিত্বত "অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলনী"ৰ প্ৰথম অধিবেশন বহিল।

“অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলনী” নামৰ ঠাইত নতুন নাম হ’ল “অসম ছাত্ৰ সন্মিলন”। অসমৰ সকলো ছাত্ৰৰ এইখনেই প্ৰথম অনুষ্ঠান। ছাত্ৰসকলৰ সমূহীয়া অনুষ্ঠান সাহিত্য সাধনাৰ উদ্দেশ্যেহে আৰম্ভ হৈছিল; কিন্তু প্ৰথম অধিৱেশনতে নাম সলনি হৈ ইয়াৰ উদ্দেশ্য আৰু কাৰ্য্যক্ৰমো বিস্তৃত হৈ পৰিল। প্ৰথম অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক ৺চন্দ্ৰনাথ শৰ্ম্মাদেৱে প্ৰতিবেদনত উল্লেখ কৰা কেইটামান কথাত সেই সময়ৰ ছাত্ৰসকলৰ সমূহীয়া চিন্তাৰ প্ৰতিধ্বনি শুনা যায়।

......“প্ৰকৃত কামৰ ভিতৰতো ছাত্ৰৰ কৰিবলৈ বহুত আছে। পুৰণি পুথি সংগ্ৰহ, অসমীয়া বৰগীত, দেহবিচাৰৰ গীত, গৰখীয়া গীত, আইনাম, বিয়ানাম, ধাইনামবোৰ সংগ্ৰহ কৰি প্ৰকাশ কৰিলে আমাৰ সাহিত্যৰ নতুন অধ্যায় সৃষ্টি হব।......আমাৰ ইতিহাস আৰু প্ৰত্নতত্বৰ বিষয়েও ছাত্ৰসকলে ইচ্ছা কৰিলে যথেষ্ট কৰিবলৈ আছে।”

১৯১২ চনত অসমৰ পুৰাতত্ত্ব গবেষণাৰ বাবে গুৱাহাটীত কামৰূপ অনুসন্ধান সমিতি স্থাপন হয়। অনুসন্ধান সমিতিৰ কাৰ্য্য-কলাপে কোনো কোনো ছাত্ৰৰ মন সম্ভৱ পুৰাতত্ত্বৰ ফালে ঢাল খুৱাইছিল। সেই বাবেই সাহিত্যৰ লগতে পুৰাতত্ত্বয়ো ঠাই পাইছে। প্ৰকৃততে ইয়ো দেশাত্মবোধৰে প্ৰকাশ।

গোটেই অসমৰ ছাত্ৰসকলৰ মাজত পৰস্পৰ ভাব বিনিময়ৰ দ্বাৰা সৌহাৰ্দ্দ ভাব সৃষ্টি কৰাটো সন্মিলনৰ অন্যতম উদ্দেশ্য বুলি শৰ্ম্মাদেৱে প্ৰতিবেদনত উল্লেখ কৰিছিল। লগতে তেখেতে কৈছিল—“মাতৃ ভাষাৰ প্ৰতি স্নেহ, স্বদেশৰ প্ৰতি প্ৰেম সৰুৰে পৰা শিকিব লাগে।”

নানা উপদেশ পূৰ্ণ কথাৰ লগতে সভাপতি বেজবৰুৱা ডাঙৰীয়াই কৈছিল—“...আমাৰ মাতৃ ভাষা আৰু সাহিত্য সেৱাৰ নিমিত্তে এইদল ডেকাই এহাশুধীয়া ভাবে লাগিব লাগিব; তেহে আমাৰ মাতৃ ভাষাৰ আৰু সাহিত্যৰ দাৰিদ্ৰ্য গুচিব। বিশ্ববিদ্যালয়ৰ বি-এ, আই-এ পৰীক্ষাত কোৰ্চ বা টেক্সট বুক্ হবৰ উপযোগী কিতাপ বা সংগ্ৰহ আজিলৈকে হোৱা নাই। সেই ফালে আমাৰ এইদলৰ ডেকাসকলৰ দৃষ্টি আকৰ্ষণ কৰোঁ।”

অসম ছাত্ৰ সন্মিলনৰ তৃতীয় অধিৱেশনৰ সভাপতি ৺পদ্মনাথ গোহাঁই বৰুৱা ডাঙৰীয়াই সন্মিলনৰ ৰূপ পৰিবৰ্ত্তনৰ কথা এইদৰে উনুকিয়াইছে, “এই

সন্মিলনৰ পোন প্ৰথম অধিবেশন গুৱাহাটীত যেতিয়া হয়, তেতিয়া আমাৰ এই বিশ্বাস হৈছিল যে সেইখন অসমীয়া সাহিত্য সন্মিলনী। তাত নবীন আৰু প্ৰবীন সকলো সাহিত্যিকৰ যোগ থাকিব। ..... বাস্তৱতে পোনেই এনে ভাৱেহে আমি ইয়াৰ সম্ভেদ পাওঁহক। সেই অধিবেশনৰ পিছতে আচল তত্ব পোৱা হয় যে সেই সন্মিলন সুকীয়াকৈ ছাত্ৰসকলৰহে; তাত অভিভাৱক বা ছাত্ৰ শ্ৰেণীৰ পৰা বাদ পৰা বা বাজ হোৱা দলৰ ভাগ নাই। তাত এই বিলাকৰ সহানুভূতি মাথোন থাকিব আৰু তাত সাহিত্য চৰ্চ্চাৰ এদনীয়া দাও নাই; মাথোন ছাত্ৰসকলৰ সাহিত্যিক শক্তিৰ ক্ৰমোন্নতি সাধন কৰাৰ উদ্দেশ্যৰ যোগ থাকিব।"

গোহাঞি বৰুৱা ডাঙৰীয়াই ছাত্ৰ সন্মিলনৰ নিয়মাৱলীত থকা "এই সন্মিলনত কোনো ৰাজনৈতিক আলোচনা হব নোৱাৰে" কথাবো সমালোচনা কৰি ৰাজনৈতিক আলোচনা হোৱাটো বাঞ্ছনীয় বুলি কৈছিল। ছাত্ৰ সন্মিলনৰ ত্ৰয়োদশ অধিবেশনৰ সভাপতি দেশভক্ত ৺তৰুণ ৰাম ফুকন আৰু চতুৰ্দ্দশ অধিবেশনৰ সভাপতি শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ দেৱেও ৰাজনীতি আলোচনা কৰা দোষনীয় নহয় বুলি মত প্ৰকাশ কৰিছিল।

প্ৰথম অধিবেশনতে অসম ছাত্ৰ সন্মিলনে সাহিত্য সেৱাৰ বাহিৰেও বহুত বিষয় সামৰি লৈ উদ্দেশ্য ব্যাপক কৰিছিল যদিও সাহিত্য সেৱা আৰু সাহিত্য চৰ্চ্চাই সকলোতকৈ প্ৰধান আছিল। প্ৰথম অধিবেশনৰ পৰা চতুৰ্দ্দশ অধিবেশনলৈকে অসম ছাত্ৰ সন্মিলনে গ্ৰহণ কৰা প্ৰস্তাৱ সমূহ আৰু অধিবেশনৰ কাৰ্য্য বিৱৰণীত এবাৰ চকু ফুৰালে নিসন্দেহে বুজা যায় যে অসমীয়া সাহিত্য সম্পদশালী কৰিবলৈ ছাত্ৰ সন্মিলনে সমূহীয়া ভাবে চেষ্টা কৰাৰ লগতে সন্মিলনে ব্যক্তিগত প্ৰচেষ্টাতো উদ্গনি দিছিল। ছাত্ৰ সন্মিলনৰ অধিবেশন উপলক্ষে প্ৰকাশ কৰা "সন্মিলন প্ৰবন্ধাৱলীত" প্ৰকাশ হোৱা প্ৰবন্ধ সমূহত অধ্যয়ন, চিন্তা আৰু অধ্যৱসায়ৰ পৰিচয় পোৱা যায়। ইয়াৰে দুই চাৰিটা প্ৰবন্ধৰ কালজয়ী মূল্যও আছে। লগতে সন্মিলনে বিজ্ঞান বিষয়ক গ্ৰন্থ ৰচনাৰ বাবে পুৰস্কাৰ ঘোষণা কৰিছিল, পুৰস্কাৰ দিছিলো। কৰি, বিজ্ঞান, স্বাস্থ্য, বাণিজ্য আৰু সাহিত্য বিষয়ক পুথি বিনামূলীয়াকৈ বিতৰণ কৰাৰ প্ৰস্তাৱ গ্ৰহণ উল্লেখ যোগ্য। অসমীয়া ছাত্ৰৰ প্ৰথম প্ৰচেষ্টাত জোনাকী

প্ৰকাশ হয়। জোনাকীয়ে কৰা অসমীয়া সাহিত্যৰ সেৱা চিৰদিন অবিস্মৰণীয় হৈ থাকিব। তাৰ বহুত দিনৰ পিছত অসম ছাত্ৰ সন্মিলনৰ কেইজনমান উৎসাহী কৰ্ম্মীয়ে প্ৰথমে "জন্মভূমি" নামে এখন আলোচনী উলিয়ায়; কিন্তু এইখন ছাত্ৰ সন্মিলনৰ স্বীকৃত আলোচনী নোহোৱা বাবে ছাত্ৰ সন্মিলনে "মিলন" প্ৰকাশ কৰে। "মিলনে" অসমীয়া ছাত্ৰ ছাত্ৰীসকলক সাহিত্য সেৱাৰ সুযোগ দিয়াৰ উপৰিও জাতীয় ঐক্য আৰু উন্নতিৰ বাটো দেখুৱাইছিল। ( অসমীয়া সাহিত্যৰ ক্ৰম বিকাশৰ বুৰঞ্জীত "মিলনৰ" বৰঙণিৰ বিষয়ে এতিয়াও বিশদ আলোচনা হোৱা নাই।)

চতুৰ্দ্দশ অধিবেশনৰ পিছৰ পৰা ( ১৯২৯-৩০ খৃঃ) অসম ছাত্ৰসন্মিলনৰ পূৰ্ব্বৰ সংহতি শিথিল হৈ পৰে আৰু ছাত্ৰসকলৰ মনো সাহিত্য চৰ্চ্চাতকৈ ৰাজনৈতিক ভাৱ ধাৰাই হে ক্ৰমে বেছিকৈ অধিকাৰ কৰে।

সৰ্ব্বভাৰতীয় ছাত্ৰানুষ্ঠানত অসম ছাত্ৰ সন্মিলনে প্ৰথম প্ৰতিনিধিত্ব পায় লালা লাজপতৰায়ৰ সভাপতিত্বত বহা নাগপুৰ অধিৱেশনত। এই প্ৰতিনিধিত্বই নিখিল ভাৰত কংগ্ৰেছত অসম কংগ্ৰেছৰ প্ৰতিনিধিত্বৰ বাট মুকলি কৰি দিয়ে। অসমৰ সাহিত্য সাধনা আৰু দেশ প্ৰেমৰ বাট দেখুওঁতা ছাত্ৰ সকলেই।

---

# সত্ৰানুষ্ঠানত বৌদ্ধ সাদৃশ্য

**শ্ৰীহৰেন্দ্ৰ চন্দ্ৰ দাস**

ব্যক্তিগত নাইবা সামূহিক প্ৰয়োজনতেই যুগে যুগে পৃথিবীত উদয় হৈছে নানান ধৰ্ম্ম, দৰ্শনৰ তথ্য, আৰু বিজ্ঞানৰ আবিষ্কাৰ। মানুহ পাৰিপাৰ্শ্বিকতাৰ সৃষ্টি বোলা কথাষাৰ অবিসম্বাদী সত্য নহলেও এইটো সত্য যে মানুহৰ চিন্তাধাৰা, বিচাৰ বুদ্ধি, কৰ্ম্মপদ্ধতি আদিত পাৰিপাৰ্শ্বিকতাই যথেষ্ঠ প্ৰভাব বিস্তাৰ কৰে; আৰু সেইকাৰণেই ৰাজনীতিজ্ঞ সকলে ৰাজনীতিৰ নতুন পৰিকল্পনাত, সমাজ সংস্কাৰক নাইবা ধৰ্ম্মপ্ৰচাৰকসকলে নতুন সমাজ সৃষ্টিত বা ধৰ্ম্মপ্ৰচাৰত তেওঁলোকৰ সূক্ষ্মদৃষ্টি সম্পন্ন বিচাৰ-বুদ্ধিৰে সমসাময়িক পৰিবেশত প্ৰচলিত ৰীতি নীতিবোৰক আকোৱালি লয়।

বৈদিক হিন্দু ধৰ্ম্মৰ গভীৰ আড়ম্বৰ আৰু জটিলতাপূৰ্ণ যাগ-যজ্ঞৰ প্ৰতি অবিশ্বাসেই খৃঃ পূঃ ষষ্ঠ শতিকাত গোটেই ভাৰতবৰ্ষতেই মানুহৰ অন্তৰত এটা আলোড়ণৰ সৃষ্টি কৰিছিল আৰু মানুহে নতুন মূল্যাঙ্কন বোধেৰে মানব জীৱনৰ পৰম ইপ্সিত মুক্তিৰ কাৰণে নতুন পন্থা উদ্ভাৱনৰ চেষ্টা কৰিছিল। তাৰ পৰিণতিতে উদয় হৈছিল বৌদ্ধ, জৈন, ভাগৱতী, শৈৱ আদি ধৰ্ম্মবিলাকৰ। থিক সেইদৰেই তান্ত্ৰিকতা-অক্টোপাচে যেতিয়া অসমীয়া জাতীয় জীৱন পঙ্গু কৰি পেলাইছিল তেতিয়া মহাপুৰুষ শঙ্কৰদেৱে মৃত্যুৰ যুপ-কাষ্ঠত ক্ষণ-গণা অসমীয়া জাতিক জীয়াই থকাৰ আহিলা দিছিল—মুক্তিৰ সন্ধান দিছিল।

বুদ্ধই ধৰ্ম্ম প্ৰচাৰৰ কাৰণে সঙ্ঘানুস্থানৰ সৃষ্টি কৰাৰ দৰেই শঙ্কৰদেৱে তেৰাৰ উদ্ভাৱিত 'একশৰণ ধৰ্ম্ম'ৰ অমৃত সুধা অসমীয়া জাতিৰ মাজত বিলাই

দিবলৈ সত্ৰানুষ্ঠানৰ সৃষ্টি কৰিছিল। বৌদ্ধসঙ্ঘ আৰু সত্ৰানুষ্ঠানৰ যথেষ্ঠ সাদৃশ্য বৰ্ত্তমান। বুদ্ধৰ সময়ত ভাৰতত লিচ্ছবি, মল্ল, বিজ্জি আদি বহু গণতান্ত্ৰিক ফৈদ আছিল। ডঃ এ, এচ, আল্‌টেকৰৰ মতে বুদ্ধ নিজেই এজন গণতান্ত্ৰিক দেশৰ নাগৰিক আছিল, কাৰণ জাতকৰ মতে শাক্য বিলাকৰ এটা 'পৰিষদ ভৱন' আছিল আৰু তাত তেওঁলোকে সম্মিলিত হৈ যুদ্ধ, শান্তি, সন্ধি আদি প্ৰশ্নবোৰ আলোচনা কৰিছিল। ডঃ ৰমেশচন্দ্ৰ মজুমদাৰৰ মতে কোনো এটা নিৰ্দ্দিষ্ট ধৰ্ম্মমতৰ অনুগামী সকলৰ বৌদ্ধ সঙ্ঘৰ নিচিনা অনুস্থান বুদ্ধৰ সময়ত আৰু তাৰ আগতেও আছিল। সি যি নহওক, বৌদ্ধ সঙ্ঘবোৰ যি গণতান্ত্ৰিক পদ্ধতিত পৰিচালিত হৈছিল সেই পদ্ধতি ৰচনাত বুদ্ধই পৰিবেশৰ পৰা যথেষ্ঠ সহায় পাইছিল। সঙ্ঘবোৰ সকলো সভ্যকলৈ গঠিত হোৱা সাধাৰণ সভাৰ নিৰ্দ্দেশ মতেই চলিছিল। প্ৰতিটো বিষয়কে ভোটদানৰ দ্বাৰা সিদ্ধান্ত কৰা হৈছিল। বৌদ্ধ মঠৰ যাৱতীয় কামবোৰ পৰিচালনা কৰিবৰ কাৰণে ভোটদানৰ দ্বাৰা বিষয়-ববীয়া নিৰ্ব্বাচিত হৈছিল। দোষীক বিচাৰ কৰি উপযুক্ত শাস্তি দিয়া হৈছিল। কালক্ৰমত এই বৌদ্ধ মঠ বোৰেই শিক্ষাদানৰ কেন্দ্ৰস্থান হৈ পৰিছিল। নালন্দা, বলভি, বিক্ৰমশীলা আদিৰ নাম এই ক্ষেত্ৰত উল্লেখযোগ্য। এই ঠাইবোৰ শিক্ষানুস্থান আৰু বৌদ্ধ মঠ আছিল। থিক সেইদৰে সত্ৰবিলাকো সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিত পৰিচালিত হয়। সত্ৰৰ সত্ৰাধিকাৰজন সকলো সভ্যৰ সন্মতিক্ৰমে নিৰ্ব্বাচিত হয়। সত্ৰৰ যাৱতীয় কাম পৰিচালনা কৰিবৰ কাৰণে যিবোৰ বিষয়াৰ প্ৰয়োজন হয় তাকো সৰ্ব্বসন্মতিক্ৰমেহে নিযুক্ত কৰা হয়। মধ্যযুগত সত্ৰবিলাকে শিক্ষা বিস্তাৰত যথেষ্ঠ সহায় কৰিছিল। সত্ৰবোৰৰ আন এটা গণতান্ত্ৰিক পদ্ধতি এই যে সত্ৰৰ স্থাবৰ অস্থাবৰ সকলো সম্পত্তিৰ মালিকিস্বত্ত্ব থাকে বিগ্ৰহৰ নামত নাইবা সমূহ ৰাইজৰে ওৰফে সত্ৰাধিকাৰৰ নামত। ইয়াৰ বাহিৰেও সত্ৰৰ নামঘৰ বোৰে আগৰে পৰাই বিচাৰালয় আৰু ৰঙ্গমঞ্চৰ ভূমিকাও পালন কৰি আহিছে। নামঘৰ বোৰ অসমীয়া জাতীয় সংস্কৃতিৰ যাদুঘৰ স্বৰূপ। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে কৈছে, "নামঘৰেই জাতীয় ভাওনাঘৰ। এই ভাওনাঘৰত সকলো সম্প্ৰদায়ৰে বিনামূল্যে প্ৰবেশ অধিকাৰ আছে, ধনী, দুখীয়া সকলোৰে নিমিত্তে একে কঠ-কুঁহিলাৰ আসন। উপযুক্ত সকলো বৰ্ণৰ

লোকেই ভাওনাত ভাও লব পাৰে, সূত্ৰধাৰ হৈ ব্যাখ্যা কৰিব পাৰে, নটুৱা হৈ নাচিব পাৰে, গায়ন হৈ খোল, মৃদঙ্গ বজাব পাৰে। ভাওনাঘৰে এনেদৰে অসমীয়াৰ সামাজিক সমতা সংৰক্ষণ কৰি আহিছে।" তেখেতে আকৌ কৈছে, "নাম ঘৰৰ কাৰ্য্যৰ মাজেদি গণতান্ত্ৰিক চিন্তাধাৰা কেনেকৈ প্ৰকাশ পাইছে সেই কথাও ভাবি চাব লগীয়া। ভাওনাৰ লগত জড়িত থকা বিবিধ বিষয়-বাব যথা সূত্ৰধাৰ, গায়ন-বায়ন, খনিকৰ, ঢুলীয়া-খুলীয়াৰ নিৰ্ব্বাচন পূৰ্ব্বৰে পৰা গণতান্ত্ৰিক ভাৱে চলি আহিছে।" ওপৰোক্ত কথাখিনিৰ পৰা আমি সহজে বুজিব পাৰো যে বৌদ্ধ সঙ্ঘৰ পৰিচালনা পদ্ধতিৰ লগত সত্ৰানুস্থানৰ পৰিচালনা পদ্ধতিৰ যথেষ্ট সাদৃশ্য আছে।

অশোক, কণিষ্ক আদি ৰজাসকলৰ পৰা যদিও বৌদ্ধ ধৰ্ম্মই যথেষ্ঠ সাহায্য পাইছিল, পিছৰ যুগৰ ৰজাসকলৰ দিনত এই সাহায্যৰ পৰা বৌদ্ধ ধৰ্ম্ম বঞ্চিত হয়। কাৰণ বৌদ্ধ সঙ্ঘবোৰে প্ৰচাৰ কৰা গণতান্ত্ৰিক মতবাদ ৰাজতন্ত্ৰৰ সম্পূৰ্ণ বিৰোধী। সেই কাৰণেই তেওঁলোকে বৌদ্ধ সঙ্ঘবোৰক সন্দেহৰ দৃষ্টিৰে চাবলৈ আৰম্ভ কৰিছিল আৰু সেইটোৱে পৰোক্ষভাবে নিজৰ জন্মভূমিতেই বৌদ্ধ ধৰ্ম্ম পৰাভূত হোৱাত সহায় কৰিছিল। থিক সেইদৰে অসমতো সত্ৰৰ দ্বাৰা প্ৰচাৰিত গণতান্ত্ৰিক মতবাদ আৰু সেচ্ছাচাৰী ৰাজতন্ত্ৰৰ সংঘাট আমি দেখিবলৈ পাওঁ মোৱামৰীয়া বিদ্ৰোহত।

ইয়াৰ বাহিৰেও বৌদ্ধ বিহাৰবোৰৰ লগত সত্ৰানুস্থানত আন আন বহুতো সাদৃশ্য দেখিবলৈ পোৱা যায়। বৌদ্ধ বিহাৰবোৰত যি দৰে উপাসনাগৃহৰ চাৰিওফালে সন্যাসীসকলৰ বাসস্থান থাকে থিক সেইদৰে সত্ৰবিলাকতো নাম ঘৰৰ চাৰিওফালে ভকত সকলৰ বাসস্থান চাৰিটা "হাটী" থাকে। বৌদ্ধ ভিক্ষুক সকলৰ দৰে ভকত সকলেও ভিক্ষা কৰি জীৱিকা নিৰ্ব্বাহ কৰাৰ প্ৰথা আছে। মুঠতে বৌদ্ধ সন্যাসীসকলৰ জীৱন পদ্ধতিৰ লগত ভকত সকলৰ জীৱন পদ্ধতিৰ বহুতো সাদৃশ্য আছে। "The bhakats consists of those devotees who either hold ecclesiastical office under the Satra, or lead an intensely devotional life within the Campus of the Satra, observing celibacy throughout their life. In purely monastic Satras where celibacy is strictly

observed, the number of such bhakats or celibates are more numerous than those of the semi-monastic Satras. Such celibate devotees are popularly called Kevaliya bhakat. The word kevaliya is derived from Sanskrit kevala i. e. lone or unattached. These celibates are recruited in their teens by elderly celibates and under the guidance of the latter, they remain as apprentices for a few years to learn the manners, customs as well as the religious secrets of the cult." ডঃ সত্যেন শৰ্ম্মাৰ উক্ত কথাখিনিয়ে সত্ৰীয়া ভকতসকলৰ জীৱনৰ লগত বৌদ্ধ মঠত শিক্ষা লাভ কৰা 'নভিচ' সকলৰ সামাঞ্জস্য খিনিৰ কথা সোঁৱোৰাই দিয়ে।

বুদ্ধ যে হাৰে হিমজুৰে গণতন্ত্ৰৰ পৃষ্ঠপোষক আছিল তাক তলৰ কাহিনীটোৰ পৰাই সহজে অনুমান কৰিব পাৰি। মহাপৰিনিৰ্ব্বানসূত্ৰত উল্লেখ আছে যে ৰজা অজাতশক্ৰৰে এবাৰ গণতান্ত্ৰিক সমাজ ব্যৱস্থাৰেপ বিচালিত বিজ্জিসকলক আক্ৰমণ কৰি জয় কৰিব খুজি মন্ত্ৰীৰ হতুৱাই বুদ্ধৰ মত সোধাত বুদ্ধই পোনপটীয়াকৈ উত্তৰ নিদি তেওঁৰ প্ৰিয় শিষ্য আনন্দক কৈছিল—"বিজ্জি সকলে কি প্ৰায়শঃ জনসাধাৰণৰ অবাধ সন্মিলন কৰে? যিমান দিন তেওঁলোকে এইদৰে চলে, সিমানদিন তেওঁলোকৰ পতন নহৈ উত্থান হোৱাৰহে কথা।" এই কথাত গণতান্ত্ৰিক সামূহিক সমাজ ব্যৱস্থাত বুদ্ধদেৱৰ গভীৰ সমৰ্থন প্ৰকাশ পাইছে। শঙ্কৰদেৱেও তেওঁৰ ধৰ্ম্ম ৰজা নাইবা ৰাজ কৰ্ম্মচাৰীক দিব খোজা নাছিল, একান্ত নিষ্ঠাৰে সৈতে অনুৰোধ জনোৱা সত্বেও শঙ্কৰে কোচ ৰজা নৰনাৰায়ণক দীক্ষা দিয়া নাছিল। অসমীয়া ফঁকৰা এটা এই বিষয়ত উল্লেখ কৰিব পাৰি।

বাৰহাত জাগত তেৰহাত ফটা,
ভাল মাৰিলে বাপৰ বেটা।
বৌ বৰালি সৰকি গ'ল,
পুথি খলিহনা বৈ বৈ গ'ল।

শঙ্কৰৰ বিষয়ে প্ৰচলিত উক্ত ফঁকৰাটিৰ সাৰমৰ্ম এই যে শঙ্কৰৰ প্ৰকাশিত ধৰ্ম্ম ৰজা নাইবা উচ্চ পদস্থ ৰাজ বিষয়াৰ কাৰণে নহয়, সাধাৰণ প্ৰজা সমূহৰ কাৰণেহে। উক্ত কথাৰ মাজেদি শঙ্কৰৰ ৰাজতন্ত্ৰৰ প্ৰতি অবিশ্বাস আৰু সাধাৰণ প্ৰজাৰ জীৱন-পৰশা গণতান্ত্ৰিক মতবাদৰ প্ৰতি আকৰ্ষণেই প্ৰকাশ পায়।

শঙ্কৰী ধৰ্ম্মৰ তিনি শৰণে যেনে—কৃষ্ণত শৰণ, নামত শৰণ আৰু ভকতত শৰণে বৌদ্ধ ধৰ্ম্মৰ বুদ্ধত শৰণ, ধৰ্ম্মত শৰণ আৰু সঙ্ঘত শৰণৰ প্ৰভাৱ স্পষ্ট প্ৰমাণ কৰে। ইয়াৰ উপৰিও সত্ৰবিলাকত মূৰ্ত্তিলৈ কৰা সমদল যাত্ৰা, পদ-শীলা, আসন ইত্যাদিয়ে বৌদ্ধ ধৰ্ম্মৰ লগত শঙ্কৰী ধৰ্ম্মৰ সাদৃশ্যৰ কথা সোঁৱৰাই দিয়ে। ৺কালিৰাম মেধিয়ে মন্তব্য কৰিছে—"The monastic and congregational systems, the three precious objects (saranas), the image processions, the Padsila, the asan and the relics, the offerings of lamps oil and flower etc. point to some similarity between Buddhism and Assam Vaishnavism." শঙ্কৰী শৰণ বৌদ্ধ শৰণৰ প্ৰভাৱ বুলি ডঃ মহেশ্বৰ নেওগদেৱৰ মতে "নিশ্চয়কৈ কোনো কথাই কব নোৱাৰি।"

নাম ঘৰৰ ঘূৰণীয়া চালেৰে আগুৰা অংশটোক 'টুপ্' বোলা হয়। এই 'টুপ্' শব্দটো বৌদ্ধ স্তুপ শব্দৰ পৰা অহা বুলি সন্দেহ কৰিবৰ যথেষ্ট স্থল আছে।

সত্ৰবিলাকত বিগ্ৰহ স্থাপন কৰা ঘৰটোক মণিকূট বা ভাজ-ঘৰ বোলা হয়। এই ভাজ-ঘৰ শব্দটো বৌদ্ধ 'সুবৰ্ণ বঙ্গগৃহ'ৰ পৰা অহা বুলি বহুতে কব খোজে।

বুদ্ধই বৌদ্ধ সঙ্ঘত প্ৰথমতে নাৰীক স্থান দিব খোজা নাছিল। শেষত তেওঁৰ প্ৰিয় শিষ্য আনন্দৰ অনুৰোধতহে নাৰীক সঙ্ঘত স্থান দিয়া হৈছিল। বুদ্ধই আনন্দক কৈছিল যে তেওঁৰ ধৰ্ম্ম পৃথিবীত পাঁচ হাজাৰ বছৰ জীয়াই থাকিলহেঁতেন, কিন্তু নাৰীক সঙ্ঘত স্থান দিয়া বাবে পাঁচশ বছৰহে জীয়াই থাকিব। শঙ্কৰদেৱেও নাৰীক শৰণ দিয়া নাছিল। আনকি নামঘৰত নাৰীৰ প্ৰবেশ পৰ্য্যন্ত তেওঁ বাধা কৰিছিল। এইফালৰ পৰা দুই ধৰ্ম্মতে নাৰীৰ প্ৰতি অমনোযোগীতাৰ ভাৱ স্পষ্ট।

সত্ৰানুস্থানৰ ওপৰত আলোচনা কৰা সাদৃশ্যবোৰে সাধাৰণতে চিন্তাৰ উদ্ৰেক কৰে—এই সাদৃশ্যবোৰৰ পটভূমি কি ?

বেজবৰুৱাৰ মতে 'নামঘৰত মণিকূট সাজি সত্ৰপাতি নাম-কীৰ্ত্তন কৰি থাকি ধৰ্ম্ম-প্ৰচাৰ কৰাটোও তেওঁ পশ্চিমত আৰু বেহাৰত আগৰ কালত প্ৰচলিত বৌদ্ধ বিহাৰৰ পৰা পোৱাটো অনুমান হয়'। বেজবৰুৱাৰ কথা অস্বীকাৰ কৰাৰ কোনো সত্যতা অৱশ্যে নাই। কিন্তু শঙ্কৰদেৱৰ সময়ত অসমৰ সামাজিক আৰু ধৰ্ম্ম জীৱনত যে ইতিমধ্যে বৌদ্ধধৰ্ম্মৰ প্ৰভাৱ বহুতো পৰিছিল তাকো আমি সহজে অস্বীকাৰ কৰিব নোৱাৰো। সেই কাৰণেই শঙ্কৰৰ সময়ত অসমৰ পৰিবেশত থকা দুই এটা ৰীতি-নীতি শঙ্কৰী ধৰ্ম্মত প্ৰভাৱ বিস্তাৰ কৰাতো আচৰিত যেন নালাগে। এতিয়া আমি শঙ্কৰী ধৰ্ম্মৰ ওপৰত কিছু প্ৰভাৱ বিস্তাৰ কৰিব পৰাৰ জোখাৰে বৌদ্ধ ধৰ্ম্ম অসমত প্ৰচলিত আছিল নে নাই তাক বিবেচনা কৰি চাম।

ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, ডঃ ৰমেশচন্দ্ৰ মজুমদাৰ, এন,এন, দাসগুপ্ত আদি লব্ধ প্ৰতিষ্ঠিত বুৰঞ্জীবিদ সকলৰ মতে প্ৰাচীন কামৰূপ ( অসম ) শেষলৈকে বৌদ্ধ ধৰ্ম্মৰ পৰা মুক্ত হৈ ৰৈছিল। সপ্তম শতিকাৰ ভাৰত ভ্ৰমণ কালত অসমলৈও অহা চীনৰ বৌদ্ধ পৰিব্ৰাজক হিউয়েনচাঙে তেওঁৰ ভ্ৰমণ বৃত্তান্তত উল্লেখ কৰিছে যে সেই সময়ত কামৰূপৰ মানুহে বৌদ্ধ ধৰ্ম্মত বিশ্বাস নকৰিছিল আৰু মুষ্টিমেয় বৌদ্ধ ধৰ্ম্মানুগামী সকলে গোপনে ধৰ্ম্ম আচৰণ কৰিছিল। কিন্তু সপ্তম শতিকাৰ আগতেই কামৰূপত বৌদ্ধ ধৰ্ম্মৰ অৱস্থিতিৰ বহুতো উদাহৰণ আছে। কল্‌হানৰ ৰাজতৰঙ্গিণীত উল্লেখ আছে যে পঞ্চম শতিকাৰ কামৰূপৰ ৰজা বলবৰ্ম্মৰ জীয়ৰী অমৃতপ্ৰভাক কাশ্মীৰৰ ৰজা মেঘবাহনলৈ বিয়া দিয়া হৈছিল। অমৃতপ্ৰভাই দেউতাকৰ তিব্বতৰ বৌদ্ধ গুৰু স্তুনপাক কাশ্মীৰলৈ লৈ গৈছিল আৰু তেওঁ কাশ্মীৰত লো-স্তুনপা নামৰ বৌদ্ধ বিহাৰ এটা নিৰ্ম্মাণ কৰাইছিল। এইটোৰ পৰা আমি কব পাৰো যে সেই সময়ত তিব্বত, কাশ্মীৰ, আৰু কামৰূপৰ এটা সাংস্কৃতিক ঐক্য আছিল আৰু কামৰূপৰ ৰজাই বৌদ্ধধৰ্ম্মৰ পৃষ্ঠপোষকতা কৰিছিল। বৌদ্ধ সন্যাসী হিউয়েনচাঙৰ প্ৰতি ভাস্কৰবৰ্ম্মাৰ গভীৰ আকৰ্ষণ আৰু হৰ্ষবৰ্দ্ধনে পতা বৌদ্ধ উৎসৱত তেওঁৰ ( ভাস্কৰৰ ) সক্ৰিয় অংশ গ্ৰহণৰ পৰা

আমি অনুমান কৰিব পাৰো যে ভাস্কৰবৰ্ম্মাৰ বৌদ্ধ ধৰ্ম্মৰ প্ৰতি যথেষ্ট অনুৰাগ আছিল। তাৰানাথৰ মতে ধৰ্ম্মগুৰু উপগুপ্তৰ উত্তৰাধিকাৰী 'ধীটিক'ই কামৰূপত বৌদ্ধ ধৰ্ম্ম প্ৰচাৰৰ দায়িত্ব লৈছিল আৰু তাশ্বভাৱেই কামৰূপত মহাযান ধৰ্ম্ম প্ৰচাৰ কৰিছিল। পালবংশৰ ৰজা ধৰ্ম্মপালৰ ( ১০৯০—১১১৫ ) পুষ্প ভদ্ৰা মাটি দানৰ ফলিত আছে—'হে ভৱিষ্যতৰ ৰজাসকল মোৰ প্ৰাৰ্থনা শুনা, সাৰ্ব্বভৌমত্বৰ গৰ্ব্ব বিজুলীৰ চিক্‌মিকণিৰ দৰে ক্ষন্তেকীয়া, কিন্তু অনন্ত শান্তিৰ উৎস ধৰ্ম্মক ত্যাগ নকৰিবা।' উক্ত ধৰ্ম্ম শব্দই ধৰ্ম্মপালনৰ ওপৰত 'বজ্ৰায়ণ' ধৰ্ম্মৰ প্ৰভাৱৰ কথা প্ৰকাশ কৰে। বজ্ৰায়ণ ধৰ্ম্মৰ বিষয় উইণ্টাৰনিজে কৈছে "It is a queer mixture of monistic philosophy, magic and erotics with a small admixture of Buddhistic philosophy". তিব্বত, নেপাল আৰু ভূটানৰ জনশ্ৰুতি মতে বুদ্ধৰ মহাপৰিনিৰ্ব্বাণ কামৰূপতেই ঘটিছিল। ইয়াৰ ওপৰত ভেটি কৰিয়েই ৱাডেলে কব খোজে যে 'বুদ্ধৰ পৰিনিৰ্ব্বাণ শুৱালকুছি বা হাজোৰ বৌদ্ধমন্দিৰৰ ওচৰত হৈছিল।' দৈবচন্দ্ৰ তালুকদাৰে তেখেতৰ 'বুদ্ধ হাজো' নামৰ পুস্তিকাত কামৰূপৰ হাজোতেই বুদ্ধৰ মহাপৰিনিৰ্ব্বাণ হৈছিল বুলি কব খুজিছে। প্ৰাচীন জনশ্ৰুতি মতে হয়গ্ৰীৱ মাধৱৰ মন্দিৰ নিৰ্ম্মাণ হোৱা স্থানত এটা বৌদ্ধ চৈত্য আছিল। বৰ্ত্তমানে আবিষ্কাৰ হোৱা এটা স্তম্ভৰ বিভিন্ন অংশবোৰে এই সত্যতা প্ৰমাণ কৰে। এতিয়াও তিব্বত, ভূটান আদিৰ বৌদ্ধবোৰে হিন্দুসকলৰ দৰে হয়গ্ৰীৱ মাধৱৰ মন্দিৰ দৰ্শন কৰে আৰু মাধৱৰ প্ৰতিমূৰ্ত্তিটোক মহামুনি বুলি কয়। হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তিটো আগতে বুদ্ধমূৰ্ত্তি আছিল বুলি এতিয়াও বহুতে সন্দেহ প্ৰকাশ কৰে। হাজোৰ বাহিৰেও চিঙ্গৰি আৰু তেজপুৰতো বৌদ্ধ মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। গোৱালপাৰাৰ পঞ্চৰত্নৰ শিলত অঙ্কিত ধৰ্ম্মচক্ৰয়ো প্ৰাচীন কালত তাত বৌদ্ধ মঠ থকাৰ কথা প্ৰমাণ কৰে। মুঠতে কবলৈ গলে নৱম শতিকা মানৰ পৰা শঙ্কৰৰ অভ্যুদয়লৈ এই সময়চোৱাত তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মৰ প্ৰখৰতা বৰ বেছিকৈয়ে বাঢ়ি উঠিছিল, বোধহয় অষ্টম শতিকাত বঙ্গদেশৰ পাল বংশৰ ৰজা ধৰ্ম্মপালে প্ৰতিষ্ঠা কৰা বিক্ৰমশীলা বিশ্ববিদ্যালয়ৰ জৰিয়তেই তিব্বত, ভূটান, নেপাল আদিত বিস্তাৰিত হোৱাৰ দৰে কামৰূপতো তান্ত্ৰিক বৌদ্ধধৰ্ম্ম

প্ৰচাৰিত হৈছিল। ৺কনকলাল বৰুৱাৰ মতে ব্ৰহ্মপালৰ পিছৰ ৰজাসকলে তান্ত্ৰিক ধৰ্ম্ম গ্ৰহণ কৰিছিল। আৰু ৰাজকীয় সাহায্যৰ কাৰণে অতি সোনকালে কামাখ্যা তান্ত্ৰিক বৌদ্ধধৰ্ম্মৰ কেন্দ্ৰ হৈ পৰিছিল। প্ৰাচীন কামৰূপত তান্ত্ৰিক ধৰ্ম্মৰ বহুল প্ৰচলনৰ কাৰণে এডোৱাৰ্ড গেইটে কামৰূপকেই তান্ত্ৰিক ধৰ্ম্মৰ উৎপত্তিস্থান বুলি সন্দেহ কৰিছে। কামাখ্যা তান্ত্ৰিক বৌদ্ধ-ধৰ্ম্মৰ প্ৰাণকেন্দ্ৰ হৈ পৰিছিল কাৰণেই নৱম শতিকাত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰক শঙ্কৰাচাৰ্য্য কামৰূপলৈ আহিব লগা হৈছিল। 'শঙ্কৰ দিগ্বিজয়'ৰ মতে শঙ্কৰাচাৰ্য্যই কামৰূপলৈ আহি কামৰূপৰ ( সম্ভৱতঃ কামাখ্যাৰ ) বৌদ্ধ পণ্ডিত অভিনৱ গুপ্তক তৰ্কত ঘটুৱাইছিল। ইয়াৰ উপৰিও তিব্বতৰ বৃত্তান্ত মতে নৱম আৰু দশম শতিকাৰ তিব্বতৰ বৌধধৰ্ম্মৰ গুৰুসকলৰ কেবাজনো কামৰূপৰ মানুহ। মীননাথ, ৰাহুল, মহীধৰ আদিৰ নাম এই বিষয়ত উল্লেখযোগ্য। ইয়াৰ বাহিৰেও অসমৰ বিভিন্ন ঠাইত এতিয়ালৈকে বহুতো বুদ্ধমূৰ্ত্তি পোৱা গৈছে। ইয়াৰ ভিতৰত গুৱাহাটীৰ শুক্লেশ্বৰ দেৱালয়ৰ ওচৰত ব্ৰহ্মপুত্ৰৰ দাঁতিত শিলত কটা বুদ্ধ-জনাৰ্দ্দনৰ মূৰ্ত্তি, গুৱাহাটীত পোৱা বুদ্ধ মূৰ্ত্তি, 'তেৰা-কোটা' বুদ্ধ মূৰ্ত্তি আদি বিশেষ ভাবে উল্লেখযোগ্য। এই আটাইবোৰে প্ৰমাণ কৰে যে শঙ্কৰদেৱৰ আগতে কামৰূপত বৌদ্ধ ধৰ্ম্মৰ প্ৰচাৰ ভাল ধৰণেই হৈছিল, আৰু সেই কাৰণেই শঙ্কৰৰ প্ৰচাৰিত একশৰণ ভাগৱতী ধৰ্ম্মতো সমসাময়িক বৌদ্ধ ধৰ্ম্মৰ চাপ দুই এটা থাকি গৈছে।

# অসমীয়াত লিখা আৰু অসমীয়া সাহিত্য

শ্ৰীডিম্বেশ্বৰ নেওগ

ইংৰাজীত লিখা সাহিত্য মাত্ৰই যেনেকৈ ইংৰাজী সাহিত্য নহয়, অসমীয়াত লিখা সাহিত্য মাত্ৰই তেনেকৈ অসমীয়া সাহিত্য নহয়। একে বাইবল্, একে শেক্সপীয়েৰৰ পৰাই, একে ইংৰাজ জাতি আৰু একে ইংৰাজী ভাষাৰ পৰাই যদিও আমেৰিকাৰ সাহিত্য হৈছে, তথাপি যিদৰে আমেৰিকাৰ সাহিত্য পঢ়িলে সেই নতুন মহাদেশত সোমাই পৰাটো প্ৰত্যেক ইংৰাজে গম ধৰিব পাৰে; সেই দৰেই যদিও অসমীয়া, বঙলা, উড়িয়া, মৈথিলি, হিন্দী আদি মূলত একে ভাষা গোষ্ঠীৰ পৰা ওলোৱা তথাপি আজি এইবোৰ সাহিত্য পঢ়িলে এইবোৰ প্ৰদেশত সোমোৱা যেন গম ধৰিব নোৱাৰি তেন্তে সেইবোৰ সেই ঠাইৰ সাহিত্য বুলিব নোৱাৰি।

প্ৰকৃত অসমীয়া সাহিত্য অসমীয়া জাতিৰ অতীত-বৰ্ত্তমানৰ প্ৰকাশ; অসমীয়া জাতিৰ ইতিহাসৰ এক অঙ্গ আৰু ই নিজেই এক ইতিহাস। অসমীয়া মানুহৰ দেহমন যেনেকৈ অসমৰ বায়ু-পানী আৰু অসমীয়া সমাজৰ ঐতিহ্যৰ দ্বাৰা গঠিত, অসমীয়া সাহিত্যত সেইদৰে অসমৰ ভৌগলিক আৰু সামাজিক পাৰিপাৰ্শ্বিকতাৰ দ্বাৰা ওতপ্ৰোতভাবে প্ৰভাৱান্বিত। গতিকে অসমীয়া সাহিত্য অকল অসমীয়াত লিখাই নহয়, ই অসমীয়াত ভবা আৰু সপোন দেখা।

তেনেহলে জাতীয় সাহিত্যত বাহিৰৰ বতাহ-পোহৰ সোমাবৰ বাট নাই নেকি? নিশ্চয় আছে। সি জাতিৰ দুৱাৰ-খিৰিকিয়েদি সোমাব লাগিব।

উদাহৰণ স্বৰূপে, অসমৰ বৈষ্ণৱ সাহিত্য সংস্কৃতৰ প্ৰেৰণা লৈ লিখা যদিও ই সংস্কৃত সাহিত্যৰ এক চহা সংস্কৰণ নহয়; ই মৌলিক অসমীয়া সাহিত্য, কিয়নো ই অসমীয়া কবি-প্ৰতিভাৰ বৰ্ণালিৰ ভিতৰেদি প্ৰতিভাত হৈছে। মাধৱ কন্দলীৰ সীতা, শঙ্কৰ দেৱৰ ৰুক্মিণী, ৰাম সৰস্বতীৰ ভীম, অনন্ত কন্দলীৰ উষা, মাধৱ কন্দলীৰ শিশুকৃষ্ণ অসমীয়া পঢ়ুৱৈৰ বাবে কৰবাৰ কোনোবা নহয়; তেওঁলোক হাড়ে-হিমজুৱে অসমীয়া।

অসমীয়া নৱন্যাস আন্দোলন নিশ্চিতভাবে ইংৰাজী নৱন্যাস আন্দোলনৰ অনুবৰ্ত্তী; সেই বুলি অসমীয়া নৱন্যাস সাহিত্য অসমীয়াই, ইংৰাজী ভজুৱা নহয়। চন্দ্ৰকুমাৰৰ বনকুঁৱৰী-জলকুঁৱৰী, লক্ষ্মীনাথৰ বীণ বৰাগী, হেমচন্দ্ৰৰ প্ৰিয়তমা আদি সকলো অসমৰ, ইংলণ্ডৰ নহয়। কবি-প্ৰতিভাই ইটো পাত্ৰৰ বস্তুখিনি সিটো পাত্ৰত ঢলাৰ নিচিনা কাম নকৰে; ই পৰশমণিৰ দৰে, যিহকে ছোৱে সেয়ে সোণ বা মৌলিক বস্তু হৈ পৰে। যত এই মৌলিকতা বা প্ৰতিভাৰ অভাৱ, তাতেইহে তাৰ কদৰ্য্যতা দেখিবলৈ পোৱা হয়।

গতিকে অসমীয়া সাহিত্যৰ এটা আত্মা, এক ঐক্য থাকিব; কিন্তু অসমীয়াত লিখা সাহিত্যৰ সেই ঐক্য বা আত্মা থাকিব নোৱাৰে। অসমীয়া সাহিত্য ৰচিবলৈ অসমীয়া মুখা পিন্ধিলেই যথেষ্ঠ নহব; ভাবে-চিন্তায় শয়নে-সপোনে অসমীয়া হব লাগিব। অসমীয়া কবিতা আমি যেনেকৈ পাইছোহঁক, আধুনিক যুগত অসমীয়া চিত্ৰ সেইদৰে পোৱা নাই; কিয়নো অসমীয়া চিত্ৰ-শিল্পী নোলালে বিদেশী চিত্ৰকৰে অসমীয়া তিৰুতা বা পুৰুষৰ দেহাবয়ব আৰু ভাব-ভঙ্গী কেতিয়াও ফুটাই তুলিব নোৱাৰে।

বানপানীয়ে খাল-পুখুৰী, নৈ-বিল ঢাকি পেলায়, আৰু সি শুকাই গলে সেইবোৰে নিজ নিজ আকাৰ প্ৰকাৰতে সেই পানী ভৰাই লয়। ইউৰোপৰ ৰেণেছেন্স আন্দোলন তাৰ সাক্ষী; এই একে আন্দোলনেই জাৰ্মেনীত নৈতিকতা, ইতালীত ইন্দ্ৰিয়ালুতা এনেদৰে বিভিন্ন ভাবে নিজ বাণী প্ৰচাৰ কৰিছিল। সেইদৰেই একে ভাৰতীয় বৈষ্ণৱ আন্দোলনেই অসমক এক কৃষ্ণ-দেৱক আৰু বঙ্গত ৰাধা-কৃষ্ণৰ যুগল উপাসনা কেন্দ্ৰ কৰি সুকীয়া গঢ় লৈছিল। ভাৰতীয় সাহিত্যৰ ওপৰত পাশ্চাত্য প্ৰভাৱো ঠিক এনেদৰেই ভিন্ ভিন্ প্ৰদেশত অলপ ভিন্ ভিন্ ৰূপে পৰে। মুঠতে এটা জাতিৰ স্বকীয় প্ৰতিভাৰ

এটা বৈশিষ্ট্য থাকে, আৰু তাৰ ওপৰত পৰা বাহিৰৰ প্ৰভাৱবোৰ সি সেই অনুসাৰেই গ্ৰহণ কৰে।

আন এটা উদাহৰণ লোৱা হওক। ভাৰতীয় তথা অসমীয়া জীৱন-দৰ্শনত ঐহিকতকৈ পাৰত্ৰিকৰ প্ৰাধান্য নিশ্চিত ভাবে শ্ৰেষ্ঠ। বুৰঞ্জী তথা ঐহিক বা বৈষয়িক কাহিনী ইয়াৰ নিজা বস্তু নহয়; মুছলমান আৰু আহোম আক্ৰমণকাৰী বিলাকে ইয়াক ভাৰত আৰু অসমত সুমুৱায়। ইয়াক যেতিয়া গ্ৰহণ কৰিবই লগা হ'ল, তেতিয়া ইয়াক ভাৰতীয় তথা অসমীয়া মৌলিক জীৱন দৰ্শনৰ ভিতৰেদি কেনেকৈ গ্ৰহণ কৰা হ'ল অসমীয়া পদ্য বুৰঞ্জীয়ে তাৰ নিদৰ্শন দাঙি ধৰিছে ঃ ঐহিক সকলো যে অসাৰ তাকে দেখুৱাবলৈহে যেন সেই ঐহিক বিষয়বোৰ ইমান যতনেৰে অৱতাৰণা।

অমিত্ৰাক্ষৰ ছন্দ আধুনিক বা বিলাতী অনুকৰণ; কিন্তু বঙ্গত মাইকেল মধুসূদন আৰু অসমত ৰমাকান্ত আৰু ভোলানাথে তাক জয়ে জয়ে ব্যৱহাৰ কৰিলে ৰামায়ণ মহাভাৰতৰ যোগেদি ভাৰতীয় আদৰ্শবাদৰ পুনৰ্প্ৰচাৰত। লক্ষ্মীনাথৰ "বীণ-বৰাগী", "প্ৰিয়তমাৰ সৌন্দৰ্য্য" ইংৰাজী নৱন্যাস কবিতাৰ আদৰ্শত; কিন্তু সি খোলাত হে তাৰ শাহটো সম্পূৰ্ণ ভাৰতীয়। বিলাতী আদৰ্শৰ হেমচন্দ্ৰৰ "ছনেট" আৰু ৰজনীকান্তৰ নভেল্ বাহিৰত বিলাতী হলেও ভিতৰত সি অসমীয়া; যেনে ঠেঙাৰ ভিতৰত তিয়নী চুৰিয়া বা হেট্ টুপিৰ ভিতৰত টিকনি।

ইয়াৰ পৰা বুজিব পাৰি প্ৰত্যেক ঠাইৰ প্ৰত্যেক জাতিৰ এটা জতুৱা গুণ বা জাতীয় প্ৰতিভা আছে; ই মানুহৰ ব্যক্তিত্বৰ দৰে বহুমূলীয়া বস্তু আৰু ইয়াৰ ক্ষয় একোৱে পূৰাব নোৱাৰে। অসমীয়া বঙালী, উড়িয়া আদি জাতিৰ সমষ্টিয়েই ভাৰতীয় মহাজাতি, নীলা, সেউজীয়া, হালধীয়া, ৰঙা আদি বৰণবোৰ বাদ দিলে যেনেকৈ বগা পোহৰৰ অস্তিত্ব হেৰায়, সেইদৰে অসমীয়া, বঙালী আদি জাতিৰ বৈশিষ্ট্যবোৰ এৰা পৰিলে ভাৰতীয় সংস্কৃতি শূন্য হৈ পৰে। তেনেহলে দেখাদেখিকৈয়ে এই জতুৱা গুণবোৰ পৰস্পৰ বিৰোধী নহয়, পৰিপূৰকহে। সেইদেখি জাতীয় সাহিত্য আৰু জাতীয় সুকুমাৰ কলা সমূহত যাতে ইয়াৰ সংৰক্ষণৰ দিহা থাকে তাৰ বাবে যত্ন কৰা সকলোৰে কৰ্ত্তব্য।

বুৰঞ্জীয়ে ঢুকিপোৱা কালৰে পৰা অসমীয়া জাতিৰ স্বকীয় বৈশিষ্ট্য জাতীয় চৰিত্ৰত আৰু জাতীয় সাহিত্য আৰু সুকুমাৰ কলাত জ্বল্ জ্বল্ পট্ পট্ হৈ জিলিকি আছিল, অসমীয়া বৈষ্ণৱযুগ আৰু নৱন্যাস যুগৰ উল্লেখ এই প্ৰসঙ্গত কৰি অহা হৈছে। কিন্তু তাৰ পাছৰ পৰা অসমীয়া জাতীয় চৰিত্ৰ, জাতীয় সাহিত্য আদি আটাইতে সেই বৈশিষ্ট্য ম্লান হৈ যোৱা যেন অনুভৱ হয়; ৰাজনৈতিক, সামাজিক আদি পৰিবৰ্ত্তন তাৰ বাবে দায়ী হব পাৰে। যেনেকৈয়ে যি হওক, অসমীয়া জাতীয় জীৱনৰ এনে সন্ধিস্থলত আমাৰ নিজৰ এনে অন্তৰ্দৃষ্টি অতি আৱশ্যক হৈ পৰিছে। এই দৃষ্টি ভঙ্গীৰ বাবে আমি অসমীয়াত লিখা সাহিত্য আৰু অসমীয়া সাহিত্যৰ ভেদ ৰেখা ডালিও সততে মন কৰিব লাগিব।

নৰকাসুৰ ভগদত্তৰ কথা এৰিও অন্ততঃ ভাস্কৰবৰ্ম্মাৰ কালৰ পৰা ৰুদ্ৰসিংহ আদিৰ কাললৈকে যিসকল জাতীয় ধাৰৰ চৰিত্ৰ দেখিবলৈ পাওঁহঁক, তাৰ মানদণ্ডলৈ আমি জাতীয় চৰিত্ৰ জুখিব লাগিব। স্বৰূপতে যিটো জাতিয়ে আৱহমান কালৰ পৰা ইংৰাজৰ ভোজ বাজীত প্ৰতাৰিত হোৱাৰ আগলৈকে চিৰকাল নিজস্বাধীনতাৰ স্যমন্তক মণি ৰক্ষা কৰি আহিছিল, যি জাতীয়ে বিশ্ববিজয়ী মোগলৰ এটা এটাকৈ সোতৰটা আক্ৰমণ ব্যৰ্থ কৰিব পাৰিছিল, যি জাতিৰ ভাস্কৰবৰ্ম্মাই হৰ্ষবৰ্দ্ধন হেন ৰজাক তৰ্জ্জনি দাঙি সেও মনাব পাৰিছিল, যি জাতিৰ শঙ্কৰদেৱে জগতত এক অভূতপূৰ্ব্ব সৰ্ব্বতোমুখী প্ৰতিভাৰ নিদৰ্শন দাঙি ধৰিছিল, সেই জাতিৰ মেৰুদণ্ড স্বৰূপ জাতীয় চৰিত্ৰ নিশ্চয় অসামান্য নহৈ নোৱাৰে। আজি আমাৰ জাতীয় জীৱনত, আৰু জাতীয় সাহিত্যত সেই বৈশিষ্ট্য কিমানখিনি ৰক্ষিত হৈছে তাৰ লেখ বুজ লবৰ সময় কেতিয়াবাই আহিল; কিয়নো জগতত আমি জীয়াই থাকিবলৈ হলে অসমীয়া বুলিহে জীয়াই থাকিব পাৰিম, গাই-গুটীয়া হৈ জীয়াই থকা অসম্ভৱ। মনত ৰাখিব লাগিব—

'মৰে অসম, জীয়ে কোন ?
জীয়ে অসম, মৰে কোন ??'

# অৰুণোদয় কাকতত কবিতা

ডঃ উপেন্দ্ৰনাথ গোস্বামী

আধুনিক অসমীয়া ভাষা আৰু সাহিত্যৰ জন্ম আৰু বিকাশৰ ক্ষেত্ৰত অৰুণোদয়ৰ অবদান চিৰস্মৰণীয়। মিছনেৰীসকলৰ দ্বাৰা পৰিচালিত এই আলোচনীবাতৰি কাকতখনে অসমীয়া গদ্য সাহিত্যৰ বিভিন্ন শাখা প্ৰশাখাৰ মাজেৰে অসমৰ মনো জগতৰ পৰিধি প্ৰসাৰত সহায় কৰিছিল। এই কাকত-খনৰ বেটুপাততে লিখা আছিল 'অৰুনোদই গিয়ান ভণ্ডাৰ' বুলি। কিন্তু ভিতৰৰ পিনে লিখা আছিল 'অৰুনোদই সম্বাদ পত্ৰ' বুলিহে। আকৌ বেঁটুপাতত ইংৰাজীৰে এইদৰে লিখি থোৱা হৈছিল, "the Orunodoi, A monthly magazine devoted to religion, seience and general intelligence". এই কাকতত গদ্যত লিখা কথাই বেছি। ইয়াক খৃষ্ট ধৰ্ম্ম প্ৰচাৰৰ কাৰণে প্ৰধানকৈ উলিওৱা হৈছিল যদিও, বিজ্ঞান, বুৰঞ্জী, দেশ-বিদেশৰ বাতৰি, জীৱনী, চুটি কাহিনী, দেশ-বিদেশৰ তথ্যপূৰ্ণ ভাঙনি অসমীয়া বুৰঞ্জী আদি ছোৱা ছোৱাকৈ ইয়াত প্ৰকাশ হৈছিল। আলোচনীখনত যথাসম্ভৱ চিত্ৰ সংযোগ কৰি আকৰ্ষণীয় কৰি তোলা হৈছিল। ১৮৫৩ চনৰ ২য় সংখ্যা অৰুণোদয়ত দয়াৰাম চেটিয়া নামৰ এজন লোকে 'চাপাখানাৰ বিবৰন' নামেৰে অৰুণোদয় ছপা কৰাৰ বৰ্ণনা দাঙি ধৰিছে ঃ

কাগজ চৌবিচ পাত দিস্তাতে থাকই,
তেনে এক কুৰি দিস্তা দিনতে চাপই ;

অৰুনউদই মধ্যে নক্চা জত আচে,
দিনে দিনে চাৰিজনে তাহাক কাটিচে।

... ... ...

দুইখান সাল আচে সমস্ত লোহাৰ
আৰু ভালেমান যন্ত্ৰ মাজত তাহাৰ।

... ... ...

ধন্য ধন্য ইঙ্গৰাজ কিনো বুদ্ধিমন্ত
কোনো কালে এই মত ৰজা নহবন্ত।

গদ্যৰ লগে লগে অৰুণোদয়ৰ প্ৰায় সংখ্যাতে কবিতা কিছুমানো পোৱা যায়। সেইবোৰৰ বেছি ভাগকে পদ্য বুলিহে কব পাৰি। গদ্যতকৈ পদ্যৰ যোগেৰে হয়তো মানুহৰ মনত বেছি প্ৰভাৱ পেলোৱা সম্ভৱ হব এনে ভাবৰ দ্বাৰা চালিত হৈ কিছুমান পদ্য ৰচনা কৰা হৈছে। ইয়াৰ বেছিভাগ কবিতাৰ মূল কথা হ'ল ঈশ্বৰ যিচুখৃষ্টৰ মহিমা প্ৰচাৰ, খৃষ্ট ধৰ্ম্মৰ শ্ৰেষ্ঠতা আৰু ইংৰাজ সকলৰ জয়গান। ধৰ্ম্ম প্ৰচাৰৰ উপৰিও মিছনেৰী সকলে জনসাধাৰণৰ স্বাস্থ্য, শিক্ষা আদিৰ প্ৰতিও চকু ৰাখিছিল। সেইবাবে মানুহৰ মাজত প্ৰচলিত কিছুমান কু-অভ্যাস যেনে কানি, ভাং, মদ আদিৰ ব্যৱহাৰ, শিক্ষাৰ প্ৰতি আওকাণ আদি গুচাবলৈ সেই সেই বিষয়ৰ কবিতা কিছুমান লিখি প্ৰচাৰ কৰিছিল। অৰুণোদয়ত প্ৰকাশিত কবিতাবোৰক প্ৰধানকৈ এনে ভাবে ভাগ কৰিব পৰা যায়; সংস্কাৰমূলক, ধৰ্ম্মমূলক আৰু বিবিধ বিষয়ক। সংস্কাৰ মূলক কবিতাৰ ভিতৰত অৰুণোদয়ৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত ওলোৱা 'কানিৰ বিবৰন' আৰু প্ৰথম বছৰ ৬ষ্ঠ সংখ্যাত ছপা হোৱা 'ফটিকাৰ বিবৰন' উল্লেখ যোগ্য। কানি আৰু ফটিকাৰ পৰা হোৱা অপকাৰৰ কথাক লৈ প্ৰথমতে পদ্যত আৰম্ভ কৰি মাজতে গদ্যত আলোচনা কৰা হৈছে আৰু সামৰণিৰ সময়তো পদ্যেৰে সামৰণি মৰা হৈছে। তাৰ উদাহৰণ তলত দিয়া হ'ল।

## কানিৰ বিবৰন

Evils of opium

অতি মন্দ বস্তু কানি
জি খাই বৰ অগিয়ানি
সঞ্চিত বস্তু হই তাৰ হানি
মুখে কই কটু বানি।

... ... ...

কানি, ভাং, ফটিকা এই সকলো নষ্ট
তাক জি জি লোকে খাই অতি পাই কষ্ট,

... ... ...

জানি জত্নে এৰা অতি মন্দ কানি
ইস্বৰ আগ্যা সিৰে ধৰা, এই প্ৰিয় বানি।

—দ

## ফটিকাৰ বিবৰন

Evils of Ardent Spirits

সংসাৰ জুৰিয়া প্ৰানি আচে জত জত
একে কৰে প্ৰনাম কৰোঁ সবাৰ চৰনত,

.. ... ...

দেসৰ দুৰ্গতি ভাই সকল আচা দেখি
ফটিকাৰ কথা কিচু কওঁ পত্ৰ লিখি।

... ... ...

দুই তিনি জনে খাই পৰি আচে বাটত
এক জনে খাই আচে গিলাচ ধৰি হাতত।

--দ

ধৰ্ম্মমূলক কবিতাবোৰৰ ভিতৰত কিছুমানত এজন মাত্ৰ পৰম ব্ৰহ্ম বা পৰম ঈশ্বৰৰ সন্ধান দিয়া হৈছে আৰু তেৱেঁই হৈছে প্ৰভু যিচুখৃষ্ট। তেৱেঁই সকলোৰে ত্ৰাণকৰ্ত্তা ঃ

### ধৰম গীত

জগত মধ্যে জেতে লোক
সক নাইবা ডাঙ্গৰ হওক
আঁহা সর্বে কৰোঁ গান
য়িচু খ্রীষ্টত পৰিত্রান ।

... ... ...

ক, স (অৰুণোদয় ১৮৪৬ চন, ২য় সংখ্যা)

### ইশ্বৰৰ মহিমা

কেবল এক জি পৰম ইশ্বৰ
সত্য নিত্য ভগৱন্ত,
সকলোৰে আদি অন্ত
তেওঁ অনাদিও অনন্ত ;
স্রজন পালন সংহাৰ কর্তা
তেওঁৰ বাহিৰে কোনো নাই,
জিৱন মৰন মুক্তি দাতা
প্রভু সর্বানন্দ সদাই ।

... ... ...

(অৰুণোদয় ১৮৪৭ চন, সংখ্যা ৮)

কেতিয়াবা আকৌ একোটা কাহিনী বর্ণনা কৰি শেষৰ পিনে পদ্যত সামৰণি মাৰি ধৰ্ম্ম প্রচাৰ কৰাৰ প্রচেষ্টা চকুত পৰে। পৌম পাঁচনিৰ বিবৰন ( conversion of the Apostle Paul— concluded ) গদ্যত শেষ কৰি এনেদৰে আকৌ কোৱা হৈছে—

সর্বগুনে গুনাকাৰ পৰম ইশ্বৰ
নিৰাকাৰ ৰূপে আছে সক্তি ভয়ঙ্কৰ ;

নাহি চখ্যু, নাহি কর্ন, নাহি হস্তাকাৰ
তথাচ কৰয় স্রজন পালন সংহাৰ।

... ... ...

ন, ল (অৰুণোদয় ১৮৪৭ চন, সংখ্যা ১১)

ধৰ্ম্ম বিষয়ক কবিতা ৰচোঁতাসকলৰ ভিতৰত নিধি লেৱি ফাৰৱেলৰ (ন, ল, ফ) নাম বিশেষ উল্লেখ যোগ্য। তেওঁৰ 'নিস্তাৰৰ উপাই', 'প্ৰভু য়িচু খ্রিষ্টৰ অৱতাৰ বিবৰন', 'সৰগৰ বিবৰন', 'নৰকৰ বিবৰন', 'বিনই বচন' আদিৰ উপৰিও অৰুণোদয়ৰ ১৮৫২ চনৰ ৭ম সংখ্যাৰ পৰা ১৮৫৩ চনৰ ১ম সংখ্যা লৈকে ধাৰাবাহিক ৰূপে ন অধ্যায়ত লিখা তীৰ্থৰ বিবৰণত লিখকৰ কবিসুলভ স্বাভাবিকতা আৰু আন্তৰিকতা প্ৰকাশ পাইছে। ছবি, ফুলৰি, লেছাৰি আৰু পদ ছন্দত ইয়াক লিখা হৈছে। অসম আৰু ভাৰতৰ বিভিন্ন তীৰ্থ স্থানবোৰৰ বৰ্ণনা কৰি সেই সেই তীৰ্থস্থান বোৰত ধৰ্ম্মৰ নামত চলা অনাচাৰ, ব্যাভিচাৰ, ধৰ্ম্মৰ গুৰি ধৰোঁতা গুৰু বা পাণ্ডাসকলৰ ধনলিপ্সা, মিছা প্ৰবঞ্চনা আৰু লোক ভুলোৱা উপায়বোৰলৈ আঙুলিয়াই, সকলো দেৱ-দেবীৰ পূজা বিসৰ্জন দি একমাত্ৰ সত্য ধৰ্ম্ম য়িচুত বিশ্বাস কৰি স্বৰ্গবাসৰ পথ নিৰ্দ্দেশ কৰাই হৈছে এই বৰ্ণনাত্মক দীঘল কবিতাটোৰ বিষয় বস্তু। ইয়াত দাঙি ধৰা নগ্ন সত্যৰ বিবৰণত কোনোবা ক্ষুণ্ণ হব বুলি ভাবি লিখকে অৱশেষত গদ্যত এইদৰে লিখিছে ;—"এই তিৰ্থ বিবৰন পৰ্হা লোকলৈ লিখ্যকে মিনতি কৰি জনাইচোঁ।……জিবোৰৰ বিবৰন প্ৰকাস কৰা হল, তাকো লিখিবলৈ মোৰ অতি ইচা নাচিল; কিয়নো তাৰ ভিতৰত হিন্দু আৰু ব্ৰাহ্মন লোকৰ অনেক অনুচিত কৰম প্ৰকাস হোআত আমি নিন্দা কৰিচোঁ বুলি লোকে বুজিব। কিন্তু এই কথাৰ কাৰণে বাধা হলেও মোৰ গাত সেই জগৰ নপৰে, কাৰন মই জি জি পাইচোঁ তাকেহে লিখিচোঁ আৰু মোৰ লিখাৰ ভিতৰত জদি নিন্দা ৰূপ কথাও আচে, তাক মই আপুনি ৰচনা কৰা নহও, পুৰ্বে জি সন্যাসিএ তিৰ্থ ভ্ৰমণ কৰি জি দেখিলে, তাকেহে তেৱেঁই ৰচনা কৰি প্ৰকাস কৰিলে। এই হেতুকে মই কাকো নিন্দা কৰিচোঁ বা কৰিবলৈ ইচা আচে, এনে নহই।"—(অৰুণোদয় ১৮৫৩ চন, ১ম সংখ্যা)। এই বিবৰণৰ

আৰম্ভণিতে এনেদৰে লিখা আছে ঃ তিৰ্থৰ বিবৰন, wanderings of a pilgrim—from the Bengali. বিভিন্ন তীৰ্থস্থানবোৰৰ ভিতৰত কামাখ্যাৰ বৰ্ণনা লক্ষ্য কৰিব লগীয়া। তলত তাৰ আৰু আন তীৰ্থবো বৰ্ণনাৰ অলপ উদ্ধৃতি দাঙি ধৰা হ'ল ঃ—

## *কামাখ্যাৰ বিবৰন*

কামৰূপতে আছে মুৰ্তি কামাখ্যা দেবিৰ
জিলা গুআহাটি সিতো পৰ্বত ওপৰ ;
ইটাৰে নিৰ্মান কৰা বৰ এক ঘৰ
তাৰ মাজে পুব দুআৰে আচই মন্দিৰ ;
ইটাৰে বান্ধিচে তাক ভিতৰত গাঁত,
উপমা কি দিমো তাৰ পাটকুআ মত ?
তাহাৰ ভিতৰে থাকে কামাখ্যা সুন্দৰি,
সিসব ব্ৰিতান্ত মই কহিব নোআৰি।
মুৰ্তি আদি কিচু নাহি, সিলৰ গুপ্তাঙ্গ,
খনিকৰে কাটি কৰিলন্ত সেহি অঙ্গ।
সোনেৰে খতাইচে তাক, দেখোঁতে সোভন,
জাত্ৰিলোক গলে তাতে কৰাই দৰ্সন ;
বেল পাত আদি কৰি দিএ তাৰ মাজ,
তিৰিলোকে দেখি তাক কৰে অতি লাজ ;
নিলাজ হৈয়া বোলে আপোন তিৰিক
ভালমতে দৰসন কৰিবি দেবিক।
সহস্ৰ ব্ৰাহ্মন তাত বহে চাৰি পাসে
ভক্তিভাব কিচু নাহি লাভৰ আস্বাসে ;
... ... ...
লোকক ভুলুআ চলে আচৰ্জ দেখুআই,
সিলৰ অঙ্গৰ পৰা জল উলিয়াই।
অতি বেগে উঠে সেহি, সুনা বিবৰন

কিন্তু সিও সত্য ন হই, কলৰ কাৰন।
তাত ৰক্ত তিনি দিন উঠে মাহে প্রতি,
গুপুতে ৰুধিৰ দিএ বহু চাগ কাটি,
বোলে, ৰিতুস্নান হৈচে কামাখ্যা দেবিৰ,
ব্রাহ্মনেও লই ফোঁট সিসব ৰুধিৰ।

... ... ...

( ১৮৫২ চন, সংখ্যা ৮ )

## হয়গ্রিৱ মাধৱ আৰু কেদাৰনাথৰ বিবৰন

অচম দেসতে আচে হাজো নামে গ্রাম,
সেই থানতো মুর্তি এক হয়গ্রিব নাম;

... ... ...

সেৱা অর্থে বাস কৰে অনেক ব্রাহ্মন,
চলি ধন লই তাতো কামাখ্যাত জেন;

... ... ...

কুমাৰিও তাত নাহি, নাহি চাগ কটা
তাতোকৈও বৰ দুষ্ট আচে এক কথা;
বহু বেস্যা তিৰি আচে জাত্রি মন মোহে
পাল ক্রমে নাচ কৰে দেব মুর্তি কোসে।

( কেদাৰনাথৰ বর্ণনা )
কিনো ধর্ম কর্ম মই একো নেদেখিলোঁ;
পইচাৰ সব্দ সদা কানতে সুনিলোঁ।

( ১৮৫২ চন, সংখ্যা ৯ )

## জনকপুৰৰ বিবৰন

নিজ দেস তির্থ কথা কৰিলা স্রবন,
পচিমতো জি জি আচে, সুনা বিবৰন।

ধৰ্ম কৰ্ম একো নাহি, কেবল বঞ্চনা,
সিসকল থানে সুদা পাপৰ ঘটনা ।

( ১৮৫২ চন, সংখ্যা ১০ )

গয়াৰ বিবৰনত গয়াসুৰৰ জন্ম বৃত্তান্ত বৰ্ণনা কৰি বিষ্ণুৰ বচনত গয়াসুৰ শিল হৈ থকা অবস্থা আৰু তাত পিণ্ড দান কাৰ্য্য কোনোৱে বন্ধ কৰিলে গয়াসুৰে সিদিনা নিজৰূপ লৈ সংসাৰ নাশ কৰিব এনে লোক বিশ্বাসৰ মূল্য হীনতা দৰ্শোৱা হৈছে ঃ

জিহেতু নিদিএ লোকে কেতিয়াবা পিণ্ড,
তথাপি ৰখ্যা পৰিচে জগত ব্ৰহ্মাণ্ড ।
গয়াসুৰো নাহি উঠে, নকৰে সংহাৰ,
তেন্তে কিহে গয়াখেত্ৰ হব তিৰ্থ সাৰ ।
ইহাতে জানিবা সব মনৰ কল্পনা,
লোকক ভুলুআ হেতু কৰিলে ৰচনা ।

## *কাসিৰ বিবৰন*

কাসিত কৰই বাস জতেক সন্যাসি
বেস্যা নাৰি ৰাখি ধিয়ান কৰে দিবা নিসি
চিৰকাল বাস জেয়ে কৰে সেহি ঠাই
তিৰ্থ ফল মাত্ৰ এহি, বেস্যা কন্যা পাই ।

... ... ...

সিৱক পুজিলে হব উপযুক্ত দণ্ড,
পৰকাল পাব সিতো নৰক প্ৰচণ্ড ।

( ১৮৫২ চন, সংখ্যা ১২ )

তীৰ্থ স্থানবোৰৰ এনে অৱস্থা হলে নৰলোকে উদ্ধাৰ কেনেকৈ পাব ? তাৰ উত্তৰ দিয়া হৈছে ঃ

মন্ত্র আদি যত        শিব দুৰ্গা তত
কিচু নাহি ফল সাৰ ;
য়িচু বিনে ভাই        কতো এান নাই
দেখা সকলো অসাৰ ।

বিবিধ বিষয়ক কবিতাৰ ভিতৰত জাইফল গছৰ বিবৰণ, গাইগ'ৰুৰ বিবৰণ, ঘোঁৰাৰ বিবৰণ, কলৰ বিবৰণ, মাটি কটা হিচাবৰ পদ্যৰূপ, কলিকতা বিবৰণ, ৰঙ্গপুৰ নগৰৰ বিবৰণ, গুৱাহাটীৰ বিবৰণ, বিদ্যা শিকাৰ চহৰৰ বিবৰণ, ৰঙ্গপুৰ নগৰৰ বিবৰণ, গুৱাহাটীৰ বিবৰণ, বিদ্যা শিকাৰ নিবেদন আৰু সাঁথৰ কিছুমানেই প্ৰধান। এইবোৰ বেলেগ বেলেগ লিখকৰ ৰচনা আৰু সংগ্ৰহ। কিছুমানত লিখকৰ নাম আছে আৰু কিছুমানত কোনো উল্লেখ নাই। বেলেগ বেলেগ বিষয়ৰ এইবোৰ ৰচনা যদিও তাৰ মাজেৰে সুবিধা অনুযায়ী ঈশ্বৰৰ মহিমা দৰ্শাই মানুহৰ মন সেই পিনে আকৃষ্ট কৰিবলৈ যত্ন কৰা দেখা যায়। ঠায়ে ঠায়ে ইংৰাজ সকলৰ গুণানু-কীৰ্ত্তনৰ সুৰো বাজি উঠিছে। ১৮৪৮ চনৰ অৰুণোদয়ৰ ৩য় সংখ্যাত প্ৰথমতে গদ্যত জাইফল গছ ক'ত পায়, কেতিয়া গুটি পকে, তাক কেনেকৈ খাব পাৰি আদি বৰ্ণনা দি শেষত পদ্যত লিখা হৈছেঃ

জাইফল অতি উত্তম সজ গন্ধেৰে,
মানুহৰ ভোগৰ হেতু দিলে ইস্বৰে।
খোৱা বস্তু জিবোৰতে তাক মিহলাই,
মহা মনোহৰ ৰূপে সুগন্ধ কৰই।

... ... ...

জাইফলৰ বৰ্ণনাৰ নিচিনা গাইগ'ৰু আৰু ঘোঁৰাৰ বিবৰণ লিখা হৈছেঃ
দয়াবন্ত ইস্বৰৰ অসিম মহিমা,
কৰিলন্ত জত স্ৰিষ্টি পাব কোনে সিমা,
সক্তিমন্ত প্ৰভু তেওঁ স্ৰিষ্টিৰ মাজত
স্ৰজি দিলন্ত মানুহৰ হাতত।

... ... ....

ম্রিদঙ্গ নাগেৰা দবা ঢোল খোল জত
এইবোৰো হই দেখা গৰুৰ ঢালত।

( ১৮৪৮ চন, সংখ্যা ৩ )

( ঘোঁৰাৰ বিবৰণ )
গুনৰ আধাৰ প্ৰভু সৰ্বশক্তিমান,
স্ৰজিয়া দিলন্ত ঘোঁৰা নৰৰ নিদান,
অল্প কৰি তাৰ গুন কহিলোঁ বুজাই,
আৰু আচে নানা ৰূপে কহন নজাই।

( ১৮৪৯ চন, সংখ্যা ৬ )

(কলৰ বিবৰণ)
ভিম, মনুহৰ, ৰৰতমনি, জাতি,
সোন্দা, মালভোগ, পুৰা কেতেকি,
দিঘজোআ, বনফল, সালিকি ঠুটিয়া,
নানা ৰূপ কল প্ৰভু দিলে স্ৰজিয়া,
মনুস্যৰ সন্তান গনে ইহাক খাই,
ইস্বৰক ধন্যবাদ কৰিতে জুআই।

ন, ল, ( ১৮৪৯ চন, সংখ্যা ১২ )

১৮৫১ চনৰ ৯ম সংখ্যাৰ শ্ৰীহৰগোবিন্দ দত্ত নামৰ এজনে 'ঘুৰনিয়া মাটিৰ হিচাব' কেনেকৈ লব লাগে তাৰ পদ্য ৰূপ প্ৰকাশ কৰিছে। কিনাৰাম সত্ৰিয়া নামৰ এজনে ১৮৫১ চনৰ ৩য় সংখ্যাত 'কলিকতাৰ সুখিয়াতি' ( Description of Calcutta ) নাম দি ১১টা ভাগত ভগাই কলিকতাৰ বিভিন্ন অঞ্চলৰ বৰ্ণনা দাঙি ধৰিছে। তাৰ অলপ কথা তলত দিয়া হ'ল, ঃ—

টকা সাস্তা, বস্তু মৰ্গ, চহৰ বিচখ্যন,
বিচাৰিলে সকল দ্ৰব্য পাই তেতিখ্যন।
অনেক বিচিত্ৰ দ্ৰব্য তাতে পোআ হই,
বসতি কৰিচে লক্ষ্মি আপুনি নিচই।
... ... ...

গুম গুম কৰে জেন, গৰ্জন মেঘৰ,
সেই ৰুপে দিবা ৰাত্ৰি সব্দ মনুস্যৰ।

... ... ....

দিনে দিনে দুই সত লোক ম্ৰিত্যু হই,
গনিবাৰ সাধ্য নাহি কত জন্ম পাই।

... ... ...

অপেস্বৰি গান কৰে ইন্দ্ৰ পুৰে জেন,
তদ্ৰুপ পৰ্হিচে তাত বিবি চলিগন ;
সৰ্ব অঙ্গে পৰিস্কাৰ দেৱৰ তৰুনি,
সেই ৰুপে কন্যা সব নবিন জৌবনি।
হাই হাই ইংৰাজিৰ কিনো কৰ্ম বিচখ্যন,
কোন বিধি কৰি আচে চহৰ নিৰুপন।

... ... ...

ডুম ডুম দাম দাম গিৰ গিৰ কৰে,
ঠেলা ঠেলি লোক পৰে দেখি ৰঙ্গচৰে।

... ... ...

কল্কতা নগৰ জেই জন দেখা নাই,
ম্ৰিতিকাৰ কলচিতে আচই লুকাই।

'চাপাখানাৰ বিবৰণ' লিখা দয়াৰাম চেটিয়াই 'ৰঙ্গপুৰ নগৰৰ বৰ্ণন' অত শিৱসাগৰত অৱস্থিত আহোম ৰজাৰ কীৰ্ত্তি স্তম্ভ বোৰৰ উল্লেখ কৰিছে। ১৮৫৩ চনৰ ৬ষ্ঠ সংখ্যাত ধৰ্ম্মকান্ত গোঁহায়ে 'গুআহাটিৰ বিবৰণ' ৰচনা কৰিছে। প্ৰথমতে বদন চন্দ্ৰই মান অনা কথাৰ উল্লেখ কৰি কোম্পানিৰ হাতলৈ অসমৰ শাসনভাৰ যোৱা কথা উন্মুকিয়াই গুৱাহাটীৰ স্কুল কাছাৰী, বজাৰ-হাট আদিৰ বিবৰণ দিছে। এই বিবৰণে আজিৰ এশ বছৰৰো আগৰ গুৱাহাটীৰ ছবি এখনি চাবলৈ সুবিধা দিছে। ইয়াৰ অলপ বৰ্ণনা তুলি দিয়া হ'ল, ঃ

( কাছাৰী ঘৰৰ বৰ্ণনা )
কোঁঠালি কোঁঠালি চাঙ্গ কাঠৰ সাজিয়া,
চতৰঞ্চি দলিচা তাত থইচে পাৰিয়া,
ওপৰত পংখা সব আৰিয়া আচই
কাকতি বহিয়া তাত কাকত লিখই।
... ... ...

( বজাৰৰ বৰ্ণনা )
নগৰৰ মাজত বজাৰ চাৰিখন,
পুবে চক বজাৰ, পচিমে দলঙ্গপাৰ
দখিনে আচই এক পলটন বজাৰ।
মাজত ফাঁচি বজাৰ আচে একখনি
তিনিও বজাৰে জাৰ নহই সমান।
... ... ...

( স্কুলৰ বৰ্ণনা )
কচাৰি ওচৰে দুই স্কুল আচই,
অচমিয়া লোকে জাক বোলে বিদ্যালই ;
কম্পানি মহিনা দিয়া পণ্ডিত ৰাখিচে,
পৰ উপকাৰ কৰি লৰাক পৰ্হাইচে।
... ... ...

এতেকে ধৰ্মিষ্ঠ নাহি ইংৰাজি সমান
পৰৰ কাৰনে কোনে কৰে এত মান।

১৮৫৩ চনৰ ৯ম সংখ্যাত শিৱসাগৰ নিবাসী শ্ৰীচিকা দাসে 'বিদ্যা সিকাৰ নিবেদন' অত বিদ্যাৰ মহিমা প্ৰচাৰ কৰি জনসাধাৰণৰ ল'ৰাছোৱালীক পঢ়াশালীলৈ পঠিওৱাৰ কৰ্ত্তব্য সোঁৱঁৰাইছে। কাৰণ 'বিদ্যাহে পৰম ধন, বিদ্যা বন্ধুজন, বিদ্যাহে সবাৰো হই কৰ্নৰ ভুসন।' ইয়াৰ উপৰিও অৰুণোদয়ৰ কোনো কোনো সংখ্যাত 'সাধুকথা' বা সাঁথৰ' ( riddles ) কিছুমান সংগ্ৰহ

বা ৰচনা কৰি প্ৰকাশ কৰা হৈছে। তাৰো কিছুমানত সংক্ষিপ্ত একোটা নাম পোৱা যায় আৰু কিছুমানত পোৱা নেযায়। শ্ৰী,সু,সই ১৮৪৯ চনৰ ১১ সংখ্যাত সাধু কথা নাম দি কিছুমান সাঁথৰ দিছে; যেনে—

ৰজনিতে জন্ম তাৰ, প্ৰভাতে মৰন,
জাৰ ঘৰে জন্ম তাৰ আৰম্ভে ক্ৰন্দন,
জন্ম দিয়া পিতা-মাতা চাৰিয়া পলাই,
সুনা সুনা মহাসই ৰাজ্যে সভাই,
কহে কবি কঙ্কন হিয়েলিৰ চন্দ,
আচোক মুৰ্খ কব পণ্ডিতৰ লাগে ধন্দ। = সিন্ধি

আকৌ

ন মৰা ন জিয়া দুই ভাই
জন্তু ন হই চলি জাই
ঘোঁৰা নহই টাব চাৰি
ৰজা ন হই চত্ৰ ধাৰি = খৰম ( ১৮৫১ চন, সংখ্যা ৯ )

ওপৰৰ আলোচনাৰ পৰা এটা কথা স্পষ্ট ৰূপে দেখা গ'ল যে অৰুণোদয় কাকতৰ কবিতাত বিষয় বস্তুৰ বৈচিত্ৰ্য চকুত পৰিলেও ছন্দ আদি প্ৰয়োগ আৰু ৰচনা ভঙ্গীত বৈষ্ণব-যুগৰ কবিতাৰ আবৰণৰ সলনি হোৱা নাই। ভাবৰ পিনৰ পৰাও ই ধৰ্ম্ম ভাবাপন্ন। ভাষা হলে কৃত্ৰিমতা বিহীন অসমীয়া ভাষা। ভাবৰ বৈচিত্ৰ্য, ছন্দৰ নবীনতা, অনুভূতিৰ তীব্ৰতা আদি বিশেষ ভাবে পৰিলক্ষিত নহলেও এইবোৰ ৰচনাই পিছৰ লিখক সকলৰ নতুন চিন্তা-ধাৰা প্ৰবৰ্ত্তনত যে সহায়ক ৰূপে কাম কৰা নাছিল তাক কব নোৱাৰি। *

* এই আলোচনা যুগুত কৰোঁতে মাত্ৰ ১৮৪৬ চনৰ পৰা ১৮৫৩ অলৈকে এই আঠ বছৰৰ অৰুণোদয় কেইখনহে চোৱা হৈছে। তাৰ পিছৰবোৰ পোৱা নগ'ল কাৰণে আলোচনা সম্ভব নহ'ল। এই কেইখন চাওঁতে গুৱাহাটীৰ মিছন গ্ৰন্থাগাৰৰ কৰ্তৃপক্ষই অনুমতি দিয়াত তেওঁলোকলৈ লিখকৰ কৃতজ্ঞতা আগ বঢ়োৱা হ'ল। কবিতা কিছুমানৰ তলত লিখকৰ সংক্ষিপ্ত নাম কিছুমানৰ প্ৰকৃত অৰ্থ পোৱা নাই; যেনে ন্দ; ক, স; শ্ৰী সু, স; ন, ল ইত্যাদি।

# সূচী পত্ৰ

## "হাৰাহাটক যাওঁতে
## পৰিল বাপুৰ মনতে······"

শ্ৰীপ্ৰফুল্ল চন্দ্ৰ দাস

ব্ৰহ্মপুত্ৰৰ প্ৰবল গড়াখহনীয়াত পলাশবাৰীৰ আজিৰ ৰূপ দেখি হয়তো মানুহে বিশ্বাস কৰিবলৈ টান পাব যে, কেইবছৰমান আগতে ই এখন ধুনীয়া চহৰ আছিল। মাত্ৰ ছয় বছৰ আগতে এই চহৰখন দেখি যোৱা মানুহে হঠাতে যদি ইয়ালৈ আহে তেওঁৰ ভ্ৰম হব—নিশ্চয় নিজকে প্ৰশ্ন কৰিব—এই খনেই জানো সেই পলাশবাৰী ?

পলাশবাৰীৰ ওপৰত ব্ৰহ্মপুত্ৰৰ আক্ৰমণ আমি জনাত বহু বছৰৰ পৰা চলি আহিছে। অতীতলৈ উভতি চালে আমাৰ চকুত পলাশবাৰীৰ আগৰ ৰূপ জ্বল্-জ্বল্ পট্-পট্কৈ জিলিকি উঠে—ই কি আছিল—কি হবলৈ ওলাই-ছিল। আজি ব্ৰহ্মপুত্ৰৰ পাৰত যিসকল আছে, তাৰ বেছি ভাগ মানুহেই কেইবা বাৰো নিজৰ পৈতৃক ভেটি-মাটি হেৰাইছে। ব্ৰহ্মপুত্ৰই হিংসা কৰিলেও এই মানুহ বিলাকে নদীৰ পাৰকে খামুচি ধৰি আছে। সামাজিক গাথনি ভাঙি গ'ল, অৰ্থনৈতিক জীৱন বিপন্ন হ'ল,—ভৱিষ্যতৰ ৰঙীন সপোন চূৰ্ণ-বিচূৰ্ণ হৈ গ'ল। পলাশবাৰীৰ মানুহৰ সমাজলৈ নামি আহিল আন্ধাৰ।

কিমান মানুহে আশ্ৰয়হীন হৈ পলাশবাৰীৰ মায়া পৰিত্যাগ কৰি দূৰলৈ গুচি গ'ল। ধনী মাৰোৱাৰী সম্প্ৰদায়ৰ বেছি ভাগেই দল বান্ধি পলাশবাৰীৰ চাৰি মাইল পশ্চিমে উপৰহালী গাওঁত "বিজয় নগৰ" স্থাপন কৰিলে। দুখীয়াবোৰে চৰকাৰৰ আশ্ৰয়ত মিৰ্জ্জাত ভগনীয়াৰ আশ্ৰয় শিবিৰ পাতিলে। চৰকাৰৰ পৰিকল্পিত "টাউন শ্বিপৰ" মন্থৰ গতি দেখি আক্ষেপ কৰাৰ বাহিৰে আমাৰ অন্য উপায় নাই। কাকনো দুষিম ? চৰকাৰক নে কথাকথিত নেতৃত্বক?

আমি তেতিয়া সৰু। দক্ষিণ ট্ৰাঙ্কৰোডৰ দক্ষিণত অৱস্থিত আমাৰ চুবুৰীৰ পৰা ব্ৰহ্মপুত্ৰ বহু নিলগত। খৰালি কালত যেতিয়া গড়াৰ কাষৰ পৰা বালি পৰে তেতিয়া ব্ৰহ্মপুত্ৰ আৰু নিলগলৈ যায়। পানীৰ হাঁহাকাৰ হয়। আমাৰ চুবুৰীৰ কোনো তিৰোতাই ব্ৰহ্মপুত্ৰলৈ গা ধুবলৈ বা পানী আনিবলৈ গ'লে উভতি আহোঁতে এবেলা লাগে। সেই সময়ত পলাশবাৰীৰ বসতি বৰ ঘন আছিল। কোনো কোনো অঞ্চলত গুৱালকুছি বা বৰপেটা চহৰতকৈও ঘন আছিল। তেতিয়া পলাশবাৰী গাওঁখন তলত উল্লেখ কৰা পাৰা বা চুবুৰীত বিভক্ত আছিল—

( ১ ) গোসাঁইপাৰা ( ২ ) চহকীপাৰা ( ৩ ) নমঃশূদ্ৰপাৰা ( ৪ ) সাতুপাৰা ( ৫ ) সূত্ৰধৰপাৰা ( ৬ ) কুমাৰপাৰা ( ৭ ) ওজাপাৰা ( ৮ ) বালাপাৰা ( ৯ ) বামুণপাৰা ( ১০ ) দেউৰীপাৰা ( ১১ ) গান্ধী পাৰা ( ১২ ) সদাগৰ পাৰা ( ১৩ ) ভৰালীপাৰা।

বৰ্ত্তমানে ভৰালীপাৰাৰ বাহিৰে বাকী সকলোবোৰ অঞ্চল ব্ৰহ্মপুত্ৰৰ গৰ্ভত জাহ গৈছে। ইয়াৰ লগে লগে নাইকীয়া হৈছে বৰপেটা কীৰ্ত্তন ঘৰৰ সমকক্ষ বিশাল ৺শ্যামৰায় গোঁসাই ঘৰ, বিৰাট-দূৰ্গা পূজা ঘৰ, জৈন মন্দিৰ, হনুমানজী মন্দিৰ, থানা, ফৰেষ্ট অফিচ, পোষ্ট অফিচ, হাস্পতাল, বিৰাট বজাৰ দুখন, অগণন ধুনীয়া ধুনীয়া পকী ঘৰবোৰ, ক্লাবঘৰ, মিউনিচিপ্যালিটি অফিচ, দুকুৰি চৈধ্য বিঘা মাটিৰ সৈতে হাইস্কুলৰ বিৰাট কম্পাউণ্ড। পলাশবাৰীৰ অস্তিত্ব আজি বিলুপ্তিৰ পথত—সাক্ষী ৰূপে ৰৈ আছে শিতানত ৰুদ্ৰৰূপী মহাবাহু ব্ৰহ্মপুত্ৰ আৰু হৃদয়ত ব্যথা দুখ জৰ্জ্জৰিত পলাশবৰীয়াৰ চকুপানী সামৰি লোৱা কৃষ্ণবক্ষা ( কালবোগ ) নদী।

## বেহা-বেপাৰত পলাশবাৰী ঃ—

অতীতৰে পৰা পলাশবাৰী এখন বাণিজ্য প্ৰধান ঠাই। বহুতে খেতি-খালা কৰিলেও লগতে বেহা-বেপাৰো কৰে। বেহা-বেপাৰৰ ক্ষেত্ৰত পলাশবাৰীক দক্ষিণ কামৰূপৰ প্ৰাণ কেন্দ্ৰ বুলিব পাৰি। ব্ৰহ্মপুত্ৰ, কালবোগ, দক্ষিণ ট্ৰাঙ্কৰোড আৰু খাছীয়া পাহাৰ সংলগ্ন কৰা ৰাণী-বৰদুৱাৰ ৰাস্তা সকলোবোৰে পলাশবাৰীক এখন দোপত দোপে বিৰাট বাণিজ্য চহৰলৈ ৰূপান্তৰিত কৰি তুলিছিল। শালকাঠ, মৰাপাট, এৰি-মুগা, লা, সৰিয়হ, ধান চাউল, নানাবিধ ফল মূলৰ ৰপ্তানি স্থান। কেইবছৰমান আগলৈকে জাহাজ ঘাট থকাত আমদানি ৰপ্তানিৰ বিশেষ সুবিধা আছিল, তদুপৰি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা শুৱালকুছিৰ যোগেদি উত্তৰ কামৰূপৰ লগতো সংযোগ ৰক্ষা কৰিছিল।

ডাঙৰ ডাঙৰ কাৰবাৰবোৰ ধনী মাৰোৱাৰী সকলৰ হাতত থাকিলেও অসমীয়া মানুহে বেহা-বেপাৰত যথেষ্ট আগ বাঢ়িছিল। অসমীয়া মানুহেও লাহে লাহে ডাঙৰ কাৰবাৰ কৰিবলৈ শিকিছিল।

পলাশবাৰীত সপ্তাহত দুখনকৈ (শনি আৰু মঙ্গলবাৰে) হাট বহিছিল,—এতিয়াও ভগাৰাজ্যত হাট বহে; কিন্তু আগৰ দৰে নহয়। দৈনিক বজাৰ খনটো পুৱা-গধূলি আছিলেই। এই হাট দুখন থকাৰ কাৰণে গোটেই পলাশবাৰী অঞ্চলটোৱে জীৱিকা নিৰ্ব্বাহৰ যথেষ্ট পথ পাইছিল। খেতিয়ক সকলেও নানা তৰহৰ খেতি কৰিবলৈ প্ৰয়াস পাইছিল। বাঁৰী-দুখুনী তিৰোতাইও কাৰো ঘৰত সুখুজাকৈ নিজৰ প্ৰচেষ্টাৰে পোহপাল যাবলৈ পাৰিছিল। কিন্তু বৰ্ত্তমান মিৰ্জ্জা পাহাৰৰ আশ্ৰয় শিবিৰত বাস কৰা বাঁৰী-দুখুনীসকলে কেনেদৰে জীৱন নিৰ্ব্বাহ কৰিছে তাৰ খবৰ লওঁতা কোনো নাই।

বৰ্ত্তমানে যাতায়তৰ অসুবিধা, জাহাজ ঘাটৰ বিলুপ্তি, ধনী মাৰোৱাৰী সকলৰ স্থানান্তৰ আদি নানাবিধ কাৰণত বেহা-বেপাৰৰ ক্ষেত্ৰত পলাশবাৰীৰ মূল্য কমি গৈছে।

মিৰ্জ্জাত নতুন পলাশবাৰী গঢ়ি উঠিলে ইয়াৰ সৌষ্ঠৱ আগতকৈয়ো বহুগুণে বৰ্দ্ধিত হব বুলি আমাৰ বিশ্বাস।

*শিক্ষা ক্ষেত্রত পলাশবাৰী ঃ—*

বোধহয় ওঠৰ শতিকাৰ শেষৰ ফালে পলাশবাৰীত এখন উচ্চ প্ৰাইমাৰী স্কুল আছিল। সেইখনত অসমৰ অন্যান্য ঠাইৰ দৰে পোনতে বঙালী ভাষাৰে শিক্ষা দিয়া হৈছিল। সেই সময়ত ছিলেট, মেদিনীপুৰ আদি ঠাইৰ বহুতো বঙালী মানুহে পলাশবাৰীত বাস কৰিছিল আৰু শিক্ষা আদি বিষয়ত এওঁলোক বিশেষভাবে আগ বঢ়া কাৰণে পলাশবাৰীৰ মানুহৰ ওপৰত বিশেষ প্ৰভাৱ আছিল। স্বৰ্গীয় বেজবৰুৱাই কোৱা কথা মনত পৰে যে, যেতিয়া এই স্কুলৰ পৰা বঙালী ভাষা উঠাই অসমীয়া ভাষা চলোৱাৰ প্ৰস্তাৱ চলে তেতিয়া পলাশবাৰীৰ কোনো কোনোৱে বোলে আপত্তি কৰিছিল। অৱশ্যে সেই আপত্তিকাৰীসকল প্ৰকৃততে বঙালী নে অসমীয়া আছিল কব নোৱাৰো।

১৯০২ চনত পলাশবাৰীত মধ্য ইংৰাজী স্কুল স্থাপিত হয়। এই স্কুলতে 'সজকথা'ৰ লিখক ৺হলিৰাম হাজাৰিকাই শিক্ষকতা কৰিছিল। এই সময়ত ৪৪নং সদিলাপুৰ স্কুল খনেই একমাত্ৰ নিম্ন প্ৰাইমাৰী স্কুল আছিল। ইয়াৰ বাহিৰে ২॥ মাইল ব্যাসাৰ্দ্ধৰ ভিতৰত কোনো নিম্ন প্ৰাইমাৰী স্কুল নাছিল।

১৯২০ চনলৈকে গুৱাহাটী চহৰৰ বাহিৰে গোটেই দক্ষিণপাৰৰ ভিতৰত কোনো হাইস্কুল নাছিল। ১৯২০ চনত পলাশবাৰীৰ স্বনাম ধন্য মাৰোৱাৰী ধনীপুৰুষ ৺ৰিদকৰণ চেৰাউগীয়ে তেখেতৰ একমাত্ৰ পুত্ৰ ৺বালচাঁদ চেৰাউগীৰ নামত হাইস্কুল খুলিবলৈ ২৫০০০ হাজাৰ টকা দান কৰে আৰু তাৰ ফলতে পলাশবাৰীত ৺ৰিদকৰণ বালচাঁদ হাইস্কুলৰ জন্ম হয় আৰু শিক্ষা ক্ষেত্ৰত পলাশবাৰী এখোপ আগুৱায়। এই খিনিতে স্কুলৰ প্ৰথম প্ৰধান অধ্যাপক ৺যোগেশ তামুলীক আমি নুসুৰঁৰি নোৱাৰো। এটা কথা বৰ দুখেৰে কব লগাত পৰিছো যে, শিক্ষাৰ নানাবিধ সুচল থকাৰ স্বত্বেও পলাশবাৰীত উচ্চ শিক্ষিত মানুহৰ সংখ্যা অতি নগণ্য আৰু চৰকাৰী চাকৰীয়ালৰ সংখ্যাও আঙুলিৰ মূৰতে লেখিব পাৰিছিল। স্বাধীনতা পোৱাৰ কেইবা বছৰো পিচলৈকে পলাশবাৰীত ছোৱালীৰ উচ্চ শিক্ষাৰ কোনো ব্যৱস্থা নাছিল। ছোৱালী সকলে ছাত্ৰবৃত্তি স্কুললৈকে পঢ়িয়ে শিক্ষা শেষ কৰিব লগাত পৰিছিল। ১৯৫১-৫২ চনত আমি কেইজনমানে লগ লাগি, কেইজনীমান ছোৱালীক

লৈ স্থানীয় হাইস্কুলতে ৰাতিপুৱা সময়ত ছোৱালী হাইস্কুলৰ ৭ম মান শ্ৰেণী আৰম্ভ কৰোঁ। তাৰ দুবছৰ পিচতে নানা অসুবিধাত সেই কাম বন্ধ থাকে। কিন্তু কেইজনমান স্থানীয় নেতাৰ প্ৰচেষ্টাত সম্প্ৰতি সুকীয়া ছোৱালী হাইস্কুল এখন স্থাপিত হৈছে আৰু বিশ্ববিদ্যালয়ৰ স্বীকৃতি লাভ কৰিছে।

## সাংস্কৃতিক ক্ষেত্ৰত পলাশবাৰী ঃ—

( ভাওনা-নাট আদি )

অতীতত পলাশবাৰী আৰু ইয়াৰ চুবুৰীয়া অঞ্চলত সূত্ৰধাৰী ভাওনাৰ বেচ প্ৰচলন আছিল আৰু ইয়াক স্থানীয় মানুহে খুলিয়াৰ দ'ল বুলি কৈছিল। সৰুতে এনে ভাওনা দেখা আমাৰ মনত আছে। খোলৰ চেও আৰু সূত্ৰধাৰৰ ৰাগ আমাৰ কাণত এতিয়াও ৰিণিকি ৰিণিকি বাজি উঠে। তাৰ পিচত লাহে লাহে যাত্ৰা আৰু থিয়েটাৰে ভাওনাৰ স্থান সম্পূৰ্ণভাৱে দখল কৰে। বৰ্ত্তমান বিশেষ উৎসৱতহে ( যেনে পলাশবাৰীৰ সুৰঁৰি বহাগৰ ৮ তাৰিখে ) খুলিয়াৰ দলে 'দধিমঠন' নাট কৰা দেখিবলৈ পাওঁ।

অনুমান ১৯০৬-০৭ চনত পলাশবাৰীত ৺দূৰ্গাপূজা আৰম্ভ হয়। সেই সময়ত স্থানীয় যুৱক-সকলে নলদময়ন্তী থিয়েটাৰ কৰে। প্ৰায় সেই সময়তে ( ১৯০৩ চনত ) এটা যাত্ৰা দলো খোলা হয়। তেওঁলোকে কংসবধ নাটক অভিনয় কৰে। প্ৰথমতে কৰা নাটকবোৰ মূল অসমীয়া নাট আছিল ; কিন্তু শেষত স্থানীয় বঙালীৰ প্ৰভাৱত দুই চাৰিখন বঙালী আৰু বঙালীৰ পৰা অসমীয়ালৈ অনুবাদ কৰা নাটক অভিনয় কৰা হয়। এই খিনিতে উল্লেখযোগ্য যে, অসমীয়া ভাষাত থিয়েটাৰ উপযোগী যিমান নাটক ৰচিত হৈছে যাত্ৰাৰ উপযোগী কোনো নাটক ৰচনা হোৱা নাই। তাৰ কাৰণে বহুতে বঙালী নাট অনুবাদ কৰি অভিনয় কৰে। মই নিজে ছাত্ৰাৱস্থাত কেইবাখনো বঙালী নাট অসমীয়ালৈ অনুবাদ কৰি দিয়া মনত আছে। পলাশবাৰী আৰু ইয়াৰ চাৰিওফালে প্ৰায় গাওঁতে একোটা যাত্ৰাদল আছে আৰু প্ৰায় বিলাকতে এই অনুবাদিত নাটহে অভিনয় কৰা হয়।

যাত্ৰাদলৰ ভিতৰত সদিলাপুৰ, মাজিৰগাওঁ আৰু 'পলাশবাৰী বান্ধৱ সন্মিলনী যাত্ৰাদলে' এসময়ত যথেষ্ট সুনাম আৰ্জ্জিছিল। থিয়েটাৰৰ উদ্যোক্তা

সকলৰ ভিতৰত ৺নবনাথ শৰ্ম্মাৰ নাম উল্লেখযোগ্য। তেখেতৰ প্ৰচেষ্টাতে কেইবাজনো ভাল শিল্পী গঢ়ি উঠে। প্ৰৱন্ধ লিখকৰ দেউতাক ৺তনুৰাম দাস এজন ভাল নৃত্য আৰু সঙ্গীত শিল্পী আছিল বুলি ৺শৰ্ম্মা দেৱে আমাক এদিন কৈছিল। থিয়েটাৰৰ ক্ষেত্ৰত পলাশবাৰীয়ে যথেষ্ট উন্নতি কৰিছিল। আজি প্ৰায় ১৫ বছৰ আগতে পলাশবাৰীত যি বিৰাট ক্লাৱঘৰ স্থাপিত হয় তাৰ লগতে এখন ধুনীয়া সু-সজ্জিত মঞ্চও গঢ়ি উঠে। পলাশবাৰী যুৱক সমাজৰ তৰফৰ পৰা যি কেইজন কৃতী শিল্পীয়ে ইয়াত অৰিহণা যোগায় তাৰ ভিতৰত ৺পদ্মৰাম দাস, শ্ৰীযোগেশ ভঁৰালী, বিপিন দালাল, তনুৰাম কুমাৰ গন্ধো কলিতা, নৰেণ কুমাৰ, জীৱেশ্বৰ শৰ্ম্মা, ভোলা কাকতী, আনন্দ কুমাৰ, আৰু ৺বিষ্ণু কুমাৰৰ নাম উল্লেখযোগ্য। ৺পদ্মৰাম দাসৰ সঙ্গীত, নৃত্য, মঞ্চপট নিৰ্ম্মান আৰু পৰিচালনা সচাঁকৈয়ে অতুলনীয় দান আছিল। পলাশ-বাৰী সুকুমাৰ কলাসমাজৰ অন্যতম উদোক্তা ৺বিষ্ণু কুমাৰ দাসৰ অকাল মৃত্যু সঁচাকৈয়ে শোক লগা।

বিপৰ্য্যস্ত পলাশবাৰীৰ যুৱকসকলৰ মনো আজি বিপৰ্য্যস্ত। থিয়েটাৰ নাই—উপযুক্ত গুবিধৰোতা নায়ক নাই। পলাশবাৰীৰ নাট ঘৰৰ সমস্যা ভৱিষ্যতৰ আন্ধাৰ গৰ্ভত লুকাই আছে।

### ৰাজনৈতিক ক্ষেত্ৰত পলাশবাৰী ঃ—

বুৰঞ্জীৰ আঁহ ফালি যদিও আমি এই অঞ্চলৰ কোনো উল্লেখযোগ্য ৰাজনৈতিক বৰ্ণনা বিচাৰি উলিয়াব নোৱাৰো তথাপি গুৱাহাটীৰ ওচৰ চুবুৰীয়া হিচাবে পলাশবাৰীৰ ওপৰেদি যে, অতীতত অশেষ ৰাজনৈতিক ধুমুহা বৈ গৈছিল তাক ধৰি লব পাৰো। অতীতৰ কথা বাদ দি যদি আমি বৰ্ত্তমান যুগলৈ আহো তেনেহলে আমি দেখিম যে, ১৯২০ চনত মহাত্মাগান্ধীৰ নেতৃত্বত যি অসহযোগ আন্দোলনৰ ঢৌৱে গোটেই ভাৰত কঁপাই তুলিছিল তাত অতি সামান্য হলেও পলাশবাৰীয়ে বৰঙণি যোগাইছিল। সেই সময়ত ইয়াৰ পৰা ২৪ মাইল পশ্চিমে বকো অঞ্চলত যি সত্যাগ্ৰহ চলিছিল তাক ভাৰতৰ দ্বিতীয় বৰদোলি আখ্যা দিয়া হয়। সেই সময়ৰ আন্দোলনৰ আন এটা মুখ্য বিষয় আছিল বিদেশী বৰ্জ্জন। বিদেশী সূতা-কাপোৰ অগ্নিত আহুতি

দি নিজে ঘৰত সূতা কাটি কাপোৰ বৈ লোৱাৰ যি পণ বাইজে তেতিয়া গ্ৰহণ কৰিছিল সেই বোৰ সুঁৰিলে মনত গৌৰৱৰ ৰেখা বিৰিঙি উঠে। সেই সময়তে অসমে উপযুক্ত নেতা পাইছিল দেশভক্ত ৺তৰুণ ৰাম ফুকন আৰু কৰ্ম্মবীৰ ৺নবীন চন্দ্ৰ বৰদলৈক। এখেত সকলোৰ প্ৰেৰণাই ৰাইজক যি কোনো স্বাৰ্থত্যাগ কৰিবলৈ উদগনি দিছিল। গান্ধী, ফুকন, বৰদলৈৰ আহ্বানত মতা-তিৰোতা, লৰা ছোৱালী, বুঢ়া-ডেকা সকলোৱে মনত কেনে আঁচ বহিছিল তাৰ প্ৰমাণ এই অঞ্চলৰ কোনো অখ্যাত কবিয়ে বঁচা তলত উদ্ধৃত কৰা গীতাংশৰ পৰা ধাৰণা কৰিব পাৰি—

(১) গান্ধীৰ সূতা কাটো
শলাকাঠিৰ আঁৰ লগিছে
ভলেণ্টিয়াৰ মাতো
গান্ধীৰ সূতা কাটো।

(২) নবীন বৰদলে
বিলাতী কাপোৰখন
স্বদেশী কৰে……।

(৩) কি গান্ধীৰ মাহাত্ম্য দেখা
বেলৰ পাত আছে,
গান্ধীৰ লেখা হে
কি গান্ধীৰ মাহাত্ম্য দেখা।

১৯৩০ চনত ৰাজনৈতিক আন্দোলনত পলাশবাৰীয়ে যথেষ্ট ভাগ লৈছিল। বিশেষকৈ ছাত্ৰ আৰু যুৱক সকলে এই সময়ত অশেষ ত্যাগ স্বীকাৰ কৰিছিল। বিয়াল্লিছৰ গণ বিপ্লৱতো পলাশবাৰী অঞ্চলৰ সমূহ ৰাইজে ভালেখিনি ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিছিল।

এই অঞ্চলৰ যিসকলে ৰাজনৈতিক আন্দোলনত যোগ দি অশেষ ত্যাগ আৰু কষ্টক হেয়জ্ঞান কৰিছিল সেই সকলৰ ভিতৰত শ্ৰীবেলি ৰাম দাস, ৰাধিকা ৰাম দাস, দেবেন্দ্ৰ মোহন গোস্বামী, হৰেশ্বৰ গোস্বামী, আৰু গোবিন্দ কলিতাৰ নাম উল্লেখযোগ্য।

## *সাহিত্য ক্ষেত্ৰত পলাশবাৰী ঃ—*

সাহিত্য ক্ষেত্ৰত পলাশবাৰীৰ দান অতি সামান্য হলেও উল্লেখযোগ্য। পলাশবাৰী আৰু ওচৰৰ অঞ্চলৰ যি সকলে অসমীয়া সাহিত্য ক্ষেত্ৰত অৰিহণা দি আহিছে তাৰে এটি চমু আভাস তলত দিয়া হ'ল।

(১) *৺ভাৰত চন্দ্ৰ দাস*—অসমীয়া সাহিত্যৰ বুৰঞ্জী, ইয়াৰে এটি খণ্ড প্ৰকাশ পাইছে।

(২) *৺হলিৰাম হাজৰিকা* – সজকথা (কবিতা)

(৩) *৺শান্তিৰাম দাস*—বৈৰাগী আদি উপন্যাস আৰু ন-পাটি গণিত আদি কিতাপৰ লিখক।

(৪) *৺নৰেশ্বৰ শৰ্ম্মা*—ভূগোলসাৰ, দূৰ্গাবৰি পদপুথি ।

(৫) *শ্ৰীকামাখ্যা চৰণ ভট্টাচাৰ্য্য*—ছাত্ৰৰ কৰ্ত্তব্য, ৺ধীৰেশ্বৰাচাৰ্য্য (জীৱনী)

(৬) *শ্ৰীবেলিৰাম দাস*—নমঃশূদ্ৰ সম্প্ৰদায়, অস্পৃশ্যতা বৰ্জ্জন ।

(৭) *শ্ৰীছগন লাল জৈন*—হিন্দী আৰু অসমীয়া দুয়ো ভাষাতে সিদ্ধহস্ত। হিন্দী অসমীয়া শব্দ কোষ, হঁসতে হঁসতে জীনা, বাহ ঔৰ ৰোড়ে আদি কিতাপৰ লিখক। 'বৰ্ত্তমান পূৰ্ব্বজ্যোতি' নামে এখন হিন্দী সাপ্তাহিক কাকত গুৱাহাটীৰ পৰা প্ৰকাশ কৰিছে। গল্প লিখক হিচাবেও নাম আছে।

(৮) *শ্ৰীমেদিনী কান্ত ঠাকুৰীয়া*—কৰুণা (উপন্যাস) ব্লেক মাৰ্কেট (নাটক) কলিঙ্গবিজয় (নাটক) মোক ভোট দিয়ক (নাটক) দেশৰ মাটি (নাটক) কুবিশতিকাৰ কালিদাস (নাটক) জীৱনৰ খেল (নাটক)। নাট্যকাৰ হিচাবে এখেতৰ খ্যাতি আছে।

(৯) *শ্ৰীমহেন্দ্ৰ দাস*—সমাজৰ আঁৰত (উপন্যাস) পৃথিবীৰ সপোন (উপন্যাস)

(১০) *শ্ৰীকৃষ্ণ ভৰালী*—সপোনৰ পিচত (উপন্যাস)

(১১) *শ্ৰীখৰ্গধৰ কলিতা*—সঙ্গীত পোৱাল (গীতৰ পুথি)

(১২) *শ্ৰীকামিনী প্ৰসাদ ভূঞা*—অপূৰ্ণা (কবিতা)

(১৩) *শ্ৰীপ্ৰফুল্ল চন্দ্ৰ দাস*—জাতিৰ পিতা বাপুজী
(১৪) *শ্ৰীআনন্দ কুমাৰ*—সমাধি ( নাটক )
(১৫) *৺সূৰুয মল কাছলিৱাল*—সাতভাই
(১৬) *শ্ৰীসৰ্ব্বেশ্বৰ মজুমদাৰ*—বন্ধু বিভূতি

ওপৰত উল্লেখ কৰাৰ উপৰিও বহুবোৰ কিতাপ হাতে লিখা অৱস্থাতে আছে—যিবোৰ প্ৰকাশ হলে অসমীয়া ভাষা আৰু সাহিত্যৰ ভালেখিনি সৌষ্ঠৱ বাঢ়িব বুলি আশা কৰা হৈছে।

কেইবছৰমান আগতে পলাশবাৰী অঞ্চলৰ ওতঃপোত ভাবে জৰিত 'মাজিৰ গাওঁ' সাহিত্য সভাৰ জন্ম হয় নাট্যকাৰ শ্ৰীমেদিনী কান্ত ঠাকুৰীয়াৰ প্ৰচেষ্টাৰ ফলত। আজি মাত্ৰ দুবছৰ মান আগতে কেইজনমান হাইস্কুলীয়া আৰু কলেজীয়া ছাত্ৰৰ একাগ্ৰহত পলাশবাৰী সাহিত্য সভাৰ পাতনি মেল খায়—আৰু তাৰেই চৰম প্ৰগতিৰ চানেকি হিচাবে সদৌ অসম সাহিত্য সভাৰ অষ্টবিংশ অধিবেশন মিৰ্জ্জাত পাতিবলৈ এই সভাই আহ্বান কৰিছে। প্ৰায় ৪০ বছৰমান আগতে পলাশবাৰীৰ কেইজনমান গণ্যমান্য লোকৰ প্ৰচেষ্টাত এখন 'লিটাৰেৰী ক্লাব' (Literary Club) স্থাপিত হৈছিল। আমি প্ৰাইমাৰী স্কুলত পঢ়ি থকা অৱস্থাত এই ক্লাব পুলিচ থানাৰ সমুখত এটি খেৰি ঘৰত বহা মনত পৰে। ইয়াৰ আন উদ্যোক্তা সকলৰ নাম মই নাজানো; কিন্তু স্বৰ্গীয় চন্দ্ৰকান্ত গোস্বামীয়ে ইয়াত আগ ভাগ লোৱা কথা মনত পৰে। পিচত এই ক্লাৱৰ অস্তিত্ব কাৰ্য্যত নোহোৱা হয়। যুদ্ধোত্তৰ কালত এই ক্লাৱৰ নামানুসাৰেই পলাশবাৰীত ক্লাৱঘৰ স্থাপিত হয়; কিন্তু কালৰ কুটিল গতিত সিয়ো আজি নদীৰ গৰ্ভত।

পলাশবাৰীৰ পৰা যে ভাল সাহিত্যিক ওলাব তাৰ পৰিচয় পলাশবাৰীৰ আৰ-বি হাইস্কুলৰ মুখপত্ৰ 'উষা'ৰ মাজেদি প্ৰকাশ পায় আহিছে। এই আলোচনীখন অনুমান ১৯২৮ চনত প্ৰথমতে হাতেলিখা অৱস্থাত প্ৰকাশিত। যোৱা ১৯৫৩ চনত শ্ৰীহৰকান্ত দাস, ভাৰত কলিতা, অমৃত কলিতা আদিৰ প্ৰচেষ্টাত 'উষা' প্ৰথমে ছপাহৈ ওলায়। এইখিনিতে স্কুলৰ শিক্ষক নীৰৱ সাহিত্য সেৱী স্বৰ্গীয় বিষ্ণু কুমাৰ দাসক আমি স্মৰণ নকৰি নোৱাৰো।

তেখেতৰ যত্নতে 'ঊষা'ৰ ভালেখিনি কলেৱৰ বৃদ্ধি হৈছিল। তেখেত পলাশবাৰী সাহিত্য সভাৰো এজন গুৱিয়াল আছিল।

ভাষা—সাহিত্য লৈ জাতি এটা জীয়াই থাকে। অসমীয়া জাতীয় জীৱনৰ এক বিৰাট সন্ধিক্ষণত পলাশবাৰীত অসম সাহিত্য সভাৰ অধিবেশন হবলৈ ওলাইছে। ই এক বিশেষ গুৰুত্বপূৰ্ণ অধিবেশন। পলাশবাৰী তথা সমগ্ৰ দেশে দেশ-প্ৰেমৰ প্ৰেৰণাত উদ্বুদ্ধ হওক, অসমীয়া ভাষা আৰু সাহিত্যৰ মুখ সমুজ্জল হওক; ইয়াকে আমি পলাশবাৰী সাহিত্য সভাৰ অষ্টবিংশ অধিবেশনৰ পৰা কামনা কৰিলো।

*সামৰণি ঃ—*

নতুন পলাশবাৰীত (মিৰ্জ্জাত) অসম সাহিত্য সভাৰ অষ্টবিংশ অধিবেশন বহিছে। মিৰ্জ্জাপাহাৰৰ নামানুসাৰে ঠাইখনৰ নামো মিৰ্জ্জা হৈছে। এই নামটো মুছলমানৰ অসম আক্ৰমনৰ সময়ৰ কোনো মুছলমান সেনাপতিৰ নামানুসাৰে হোৱা বুলি ধাৰণা হয়। তাক বুৰঞ্জীবিদ সকলে স্থিৰ কৰিব; কিন্তু ইয়াৰ আৰু এটা নাম আছে মাইলাতা। বোধহয় এই নামটো কছাৰী ভাষাৰ পৰা অহা। এই পাহাৰতে ৺বাঘেশ্বৰী, আৰু ৺নিজেশ্বৰী দেৱালয় বিদ্যমান। ইয়াৰ ওচৰতে আৰু দুখন পাহাৰ আছে—এখন দখলা আন খন ৰঙামাটি। দখলা পাহাৰত ৺বুঢ়া গোঁহাইৰ থান, ৰঙামাটিত দুধকুঁৱৰীৰ পীঠ। স্থানীয় মানুহে ৺কামাখ্যাৰ পিচতে এই পীঠক প্ৰাধান্য দিয়ে। ইয়াৰ ওচৰে পাজৰে মহাপুৰুষীয়া সত্ৰ কেইবাখনো আছে। যেনে—শিকাৰহাটী, হেৰামদ, দীঘলকুছি ইত্যাদি। কিছু নিলগত (পশ্চিমে) চমৰীয়া সত্ৰ প্ৰধান। খটিয়ামাৰী ৺দামোদৰ দেৱৰ সত্ৰ। এক কেন্দ্ৰীয় স্থানতে নতুন পলাশবাৰীৰ ভেটি স্থাপিত হৈছে। পলাশবাৰীৰ আঁত হেৰোৱা অতীতৰ সকলো খণ্ডৰ পুনৰ জন্ম হওঁক আৰু দোপতদোপে উন্নতি কৰি অসম তথা অসমীয়া জাতিৰ জীৱনত নতুন জীৱন দিয়ক—ইয়াকে আমি কামনা কৰিলো। অসমৰ অতি কম সংখ্যক মিউনিচিপ্যালিটিৰ ভিতৰত পলাশবাৰীখনো এখন। বহুদিন আগতে গঠিত ইউনিয়নৰ পৰা লাহে লাহে টাউনকমিটীয়ে মিউনিচিপ্যালিটিৰ ৰূপ লৈছিল। এতিয়া ভগা পলাশবাৰীত সি আছে;

কিন্তু আমি আশা কৰিছো অদূৰ ভৱিষ্যতত নতুন পলাশবাৰী এক শক্তিশালী মিউনিচিপ্যালিটিত পৰিণত হব আৰু নতুন চহৰখনে বৃহত্তৰ গুৱাহাটীৰ অংশ হিচাবে অসমৰ জাতীয় জীৱনত অৰিহণা দিব।

সদৌ শেষত আৰু এটি কথাই মোৰ প্ৰৱন্ধৰ সামৰণি মাৰিব। অতীতত অসমৰ বিখ্যাত ব্যৱসায়ী ৺ভোলা বৰুৱাই এই পলাশবাৰীতে এবাৰ কাঠ ৰপ্তানিৰ কেন্দ্ৰ পাতিছিল। দক্ষিণ ট্ৰাঙ্কৰোডৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰত এটা দীঘল আলি বান্ধিছিল। তেওঁৰ নামে অঙ্কিত এই আলিৰ ( ভোলাৰ আলি ) কিছু অংশ আজিও ৪৪ নং সদিলাপুৰ স্কুলৰ পুৰণি ভেটিৰ পশ্চিম ফালে বিদ্যমান হৈ আছে। তেখেতৰ যত্নতে নদীৰ কাষত এখন হাট বহিছিল। সেই হাটৰ নাম আছিল হাৰাহাট। * এই নামাকৰণৰ কাৰণ আমি নাজানো, কিন্তু দক্ষিণ অঞ্চলৰ দূৰৰ মানুহে পলাশবাৰীৰ হাটকে হাৰাহাট বুলি কোৱা আমি শুনিছো ; আৰু তিৰোতাবিলাকে গোৱা গীতৰ অংশ এতিয়াও আমাৰ মনত আছে—এয়া তাৰ একাংশ :—

"হাৰাহাটক যাওঁতে
পৰিল বাপুৰ মনতে,
ভাল চাই চাই নাকৰ-কালে
দিলা আয়াৰ হাততে,
এ আয়া নাম থ'লা ৰচিতে।"

অতীতৰ কোনো এদিনাখন হয়তো কোনোবা ডেকাই হাৰাহাটৰ পৰা প্ৰিয়জনীক দিবলৈ কিবা বস্তু লৈ গৈছিল ; আজি অসমৰ সাহিত্যসেৱী-সকলে ইয়ালৈ আহি কি প্ৰিয় বস্তু ঘৰলৈ লৈ যাব পাৰে তাক আমি নাজানো ; কিন্তু হাৰাহাটলৈ গ'লে কিবা নহয় কিবা মনত পৰিব। মইও সিদিনা হাৰাহাটলৈ গৈছিলো ; কিন্তু মোৰ মনত পুৰণি স্মৃতিখিনিৰ বাহিৰে আন একো নপৰিল……।

* পলাশবাৰীৰ পুৰণি নাম হাৰাঘাট। বোধহয় মোগলৰ সৈতে এই অঞ্চলত যি যুদ্ধ হৈছিল তাত অসমীয়া ৰণুৱাই হাৰ মানিছিল কাৰণেই কালক্ৰমত ইয়াক হাৰাঘাট বোলা হৈছিল। ইয়াত যি দুখন সাপ্তাহিক বজাৰ বহিছিল তাক হাৰাহাট বোলা হৈছিল।
—সম্পাদক

# পবিত্ৰ দখিণকূল

শ্ৰীসূৰ্য্য মজুমদাৰ

আমাৰ দক্ষিণ কামৰূপত বিশেষকৈ কামাখ্যাৰ নামনিৰে পৰা গোৱাল-পাৰাৰ সীমালৈকে অলেখ সৰু ডাঙৰ সত্ৰ, দেৱালয় আৰু ধৰ্ম্মানুষ্ঠান সিচঁৰিত হৈ আছে। এই সত্ৰ আৰু দেৱালয়বোৰৰ বিস্তৃত ইতিবৃত্ত পাবলৈ অতি টান। কিয়নো সৰহভাগ পবিত্ৰস্থানৰে আমি অনুমান কৰাৰ দৰে আগৰ সেই জাকজমকতা নাই। হলেও স্থানীয় মানুহৰ মানত এতিয়াও এইবোৰৰ গুৰুত্ব আৰু প্ৰভাৱ কমা নাই!

মহাপুৰুষ মাধৱদেৱ আৰু দামোদৰদেৱে এই অঞ্চলত অনেক সত্ৰ স্থাপন কৰাইছিল। কেবাখনো সত্ৰত মহাপুৰুষ দুজনে পদাৰ্পণ কৰাৰ কাহিনীও মানুহৰ মুখত শুনা যায়। মাধৱদেৱে প্ৰতিষ্ঠা কৰা বোৰক মহাপুৰুষীয়া সত্ৰ আৰু দামোদৰ দেৱে প্ৰতিষ্ঠা কৰা বোৰক দামোদৰীয় সত্ৰ বুলি কোৱা হয়।

তলত কিছুমান সত্ৰ আৰু দেৱালয়ৰ বিবৰণী দাঙি ধৰিবলৈ যত্ন কৰা হৈছে। এইবোৰ সাধাৰণতে সত্ৰাধিকাৰ আৰু মানুহৰ মুখৰ পৰা শুনা। সময়ৰ অভাৱত আৰু নিজৰ অজ্ঞতাৰ ফলত বহুতো সত্ৰ আৰু দেৱালয়ৰ বিবৰণী দিব পৰা নগল। তাৰ বাবে ক্ষমা বিচাৰিছো।

***শ্যামৰায় সত্ৰ ঃ—*** ( দামোদৰ পন্থীয় ) পুৱণি পলাশবাৰীতে এই সত্ৰ প্ৰতিষ্ঠাপিত। এই সত্ৰ শ্ৰীহাটী সত্ৰৰ এটা শাখা। শ্ৰীহাটী সত্ৰৰ ৰূপনাৰায়ণ গোস্বামী আদিতে কনৌজৰ লোক। ৺শিবানন্দ এওঁৰ কনিষ্ঠ ভ্ৰাতা। কালক্ৰমত দুয়ো ভাইৰ মনোমালিন্য ঘটে। তেতিয়া শিবানন্দই ৪ ঘৰ

ভকত লৈ দখিণকূলৰ বালিত বাস কৰিবলৈ লয়। এনেতে কেইজনমান-জালোৱাই জাল বাই থাকোতে নদীত এটা শ্যামবায়মূৰ্ত্তি (শ্ৰীকৃষ্ণৰ মূৰ্ত্তি) পায়। শিবানন্দই সেইমূৰ্ত্তি আনি পলাশবাৰীত থাপনা কৰি সত্ৰ পাতি বহে। মহাৰাজ শিৱসিংহ ৰজাই এই সত্ৰ পৰিচালনাৰ কাৰণে মাটিবৃত্তি দান কৰে। পুৰণি পলাশবাৰীত এই সত্ৰৰ এটা বিৰাৎ নামঘৰ আছিল। সম্প্ৰতি সি নদীৰ গৰ্ভত লীন গৈছে। পিছে এই মূৰ্ত্তিটো বৰাতললৈ স্থানান্তৰিত কৰা হয়। এতিয়া সত্ৰখন দেবেন্দ্ৰ মোহন গোস্বামীৰ তত্ত্বাবধানত চলি আছে। *

***ৰাজাপুখুৰী সত্ৰ*** ঃ—নতুন পলাশবাৰীৰ পৰা প্ৰায় ৪ মাইল উত্তৰ পশ্চিমত অৱস্থিত। শ্ৰীহাটী সত্ৰৰ প্ৰতিষ্ঠাতা ৺ৰূপনাৰায়ণ গোস্বামীয়েই সত্ৰৰ প্ৰতিষ্ঠাতা আৰু প্ৰথম গ্ৰহীতা। সত্ৰ বাজেয়াপ্ত কৰা আপীলৰ ৰেভিনিউ কমিচনাৰ জেন্‌কিন্স চাহাবৰ ইং ১৮৪০ চনৰ ৪ জুলাইৰ নিষ্পত্তি ফয়চলামতে এই সত্ৰৰ ১৬০॥ পুৰা জমী আৰু ৪৬ ঘৰ ভকত ধৰ্ম্মোত্তৰ কৰি বঙ্গদেশৰ কোনোবা বাদশাহে প্ৰথমে ৺ৰূপনাৰায়ণ গোস্বামীক দিছিল। শ্ৰীহাটীৰ সত্ৰৰ ফয়চলাতো উক্ত বাদশাহৰ কথা উল্লেখ আছে। অসমৰ সৰহ সত্ৰ আৰু দেৱালয় আহোম ৰজা সকলৰ অৱদান যদিও ৰাজাপুখুৰী আৰু শ্ৰীহাটী সত্ৰৰ দাতা বঙ্গদেশৰ বাদশাহ হোৱাটো বিশেষ মন কৰিবলগীয়া। যিগানদূৰ সম্ভৱ আৰঙ্গজেৱৰ সাময়িক ভাৱে হোৱা দখলত সত্ৰৰ মাটিৰ বন্দোৱস্তীৰ কথা হব পাৰে। উক্ত ফয়চলাতে উল্লেখ আছে— "বাদশাহৰ দত্ত দানপত্ৰ (মজহৰ) নষ্ট হোৱাত ৺ৰূপনাৰায়ণ গোস্বামীৰ বংশৰ ৺ৰামদেৱ গোস্বামীক ৰাণীৰ ৰজা ললিত সিংহৰ পূৰ্ব্বপুৰুষ ধ্বজসিংহ ৰজাই ১০৯৫ শকঁত জীৰ্নোদ্ধাৰ পত্ৰ দান কৰে"। ইয়াৰ পৰা বুজা যায় এই সত্ৰখন অতি পুৰণি।

এই সত্ৰ দামোদৰ পন্থীয়। কামৰূপৰ আন আন সত্ৰতকৈ এই সত্ৰ বহুতো আচুতীয়া নিয়মেৰে এতিয়াও চলি আছে। বহাগ মাহত এতিয়াও 'ৰজা দ'ল' হয়।

---

* পলাশবাৰীৰ শ্ৰীযুত উমেচ চন্দ্ৰ দাস (পাল)ৰ পৰা পোৱা।

শ্ৰীমাধৱ ৰাম নাথমেধিৰ "যোগী বা কাটনী জাতিৰ ইতিহাসত" উল্লেখ আছে—"এই সত্ৰৰ প্ৰতিষ্ঠাতা ৺ৰূপনাৰায়ণ গোসাঁইৰ দিনত অসমৰ নাথ সম্প্ৰদায়ক প্ৰথম শৰণ দিয়ে। ইয়াৰ আগতে কোনো গোঁসাইয়ে নাথ সম্প্ৰদায়ক শৰণ ভোজন দিয়া নাছিল"। ইয়াৰ কাল ১৬৮০।৯০ খৃঃত বুলি লিখকে উল্লেখ কৰিছে।

শ্ৰীস্বৰ্গনাৰায়ণ দেৱৰ মন্ত্ৰী তৰুণ দুৱৰা বৰফুকনে ১৬৬০ শকৰ ২০ চৈত্ৰত শোলমাৰী গাওঁত এই সত্ৰৰ ৺দেৱহৰি গোস্বামীক ব্ৰহ্মোত্তৰ মাটি দান কৰিছিল। সেই তামৰ ফলি এতিয়াও আছে।

৺ৰূপনাৰায়ণ গোঁসাইৰ বংশধৰ শ্ৰীনিশিকান্ত গোস্বামী বৰ্ত্তমান এই সত্ৰৰ সত্ৰাধিকাৰ। *

***খিদিৰপুখুৰী আৰু নহিৰা সত্ৰ ঃ***—এই দুখন সত্ৰ ৰাজাপুখুৰীৰ লগালগিকৈ আছে। ছয়গাওঁৰ ওচৰত থকা গৰৈমাৰী সত্ৰৰ (বৰ্ত্তমান ইয়াত সত্ৰাদি নাই। পমুৱা মুছলমানৰ ই বাসভূমি) দুখন শাখা আছিল খিদিৰ পুখুৰী আৰু আমৰাঙ্গা। মূল সত্ৰ বিলুপ্তি প্ৰায় যদিও স্থানীয় খিদিৰ পুখুৰী গোঁসায়ে এই সত্ৰ ৰাখি আছে। খিদিৰপুখুৰী সত্ৰ সন্তদেৱৰ স্থাপিত বুলি জনা যায়।

এই খিদিৰপুখুৰী সত্ৰৰে এটা ঠেঙলী নহিৰা সত্ৰ। এই সত্ৰৰ কিছু নিষ্পিঃখেৰাজ মাটি আছিল। পিছে কিবা কাৰণত নীলামত যায়। সত্ৰাধিকাৰ সৰুৰাম ভাগৱতীয়ে ধাৰ ঋণ কৰি মাটিখিনি উদ্ধাৰ কৰে যদিও ই পিছত ভাগ হৈ যায়। ফলত সত্ৰৰ প্ৰতিপত্তি কমি আহে। *

***গুইমাৰা সত্ৰ ঃ***—ৰাজাপুখুৰীৰ ১॥ মাইল উত্তৰ পশ্চিমত থকা এই দামোদৰ পন্থীয় সত্ৰখনৰ প্ৰতিষ্ঠাতা আদি পুৰুষ৺ কৃষ্ণগিৰি সন্ন্যাসী (পৰিব্ৰাজক)। এওঁ ক'ৰ মানুহ সঠিক জনা নাযায়। ইয়ালৈ আহি বিয়া বাৰু কৰাই গৃহস্থী ধৰ্ম্ম পালন কৰে আৰু পিচত সত্ৰ স্থাপন কৰে। আহোম ৰজা মহাৰাজ শিৱসিংহই এওঁৰ বংশৰ সপ্তমজন ৺দেৱনাথক পৌনে পোন্ধৰ গোট ভকত আৰু তেওঁৰ পুতেক ৺জয় নাৰায়ণক ৬৬ পুৰা

* শ্ৰীযুত নিশিকান্ত গোস্বামীৰ পৰা পোৱা।

ধৰ্ম্মোত্তৰ জমী সত্ৰ পৰিচালনাৰ বাবে দান কৰে। উক্ত জয় নাৰায়ণৰ পিচৰ জনে ১৮৩৭ ইং চনৰ ৩১ মেইত এজ্‌লাস্ জেমৃচ মেথি সাহাবৰ ওচৰত কৰা আপিলৰ মৰ্ম্মে জনা যায়—

"শিৱসিংহ ৰাজাএ আমাৰ পূৰ্ব্বপুৰুষ দেওনাথকে ভকতমান বাবী মাটি ও জয় নাৰায়ণকে মাটি ধৰ্ম্মত্তক দিয় জে মহজৰ দিয়াছিল তাহা মানেৰে আমোলে নষ্ট হিয়াছে—ইতি"।

গুইমাৰা সত্ৰৰ মালিক গোস্বামী সকল আৰু ৰাইজৰ সহযোগত বৰ্ত্তমানেও নিয়মমতে উৎসৱ আদি পালন কৰা হয়। বহাগ মাহৰ ২।৩ তাৰিখে শ্ৰীকৃষ্ণৰ গোষ্ঠলীলা উৎসৱত মাধৱদেৱৰ ব্ৰজবুলি ভাষাত ৰচিত মূল পুথিৰ আৰ্হিৰে গোষ্ঠ লীলা ভাওনা কৰা হয়। *

***বৰহেৰামদো সত্ৰ*** (মহাপুৰুষীয়া) ঃ—নতুন পলাশবাৰীৰ পৰা ৫ মাইল দক্ষিণ পূৱত অৱস্থিত এই সত্ৰখন হেনো দাক্ষিণাত্যৰ পৰিয়া মাধৱ আতাই প্ৰতিষ্ঠা কৰে। কিন্তু এই অঞ্চলৰ কিম্বদন্তিৰ পৰা জনা যায় মহাপুৰুষ মাধৱদেৱ বৰপেটাৰ পৰা নৌকাৰে উজাই আহি ৰাণীৰজা হেৰম্বেশ্বৰৰ ৰাজ্যত বৰ্ত্তমান বৰহেৰামদো সত্ৰত নৌকা ৰাখি ছমাহ থাকে। স্থানীয় ৰাইজে মাধৱ-দেৱৰ বাক্য পালন কৰি এটা কীৰ্ত্তন ঘৰ সাজে। প্ৰবাদ আছে—ঘৰ সজাৰ প্ৰাৰম্ভিক কাম কৰি থাকোতে জনৈক বুঢ়াই অদৃশ্যৰ পৰা কীৰ্ত্তন ঘৰ সাজি ৰাম নাম কীৰ্ত্তন কৰিবলৈ কোৱা শুনিলে। শব্দ অনুসৰণ কৰোতে সমীপবৰ্ত্তী গছত এটি শিশুৰ খোজ দেখিলে আৰু গুৰু জনাত নিবেদন কৰাত খোজটি কাটি নি স্থাপন কৰে। লাহে লাহে এই সত্ৰলৈ মানুহৰ সমাগম বেচি হোৱা বাবে মাধৱদেৱে সুখেৰে ৰামনাম লব নোৱাৰাত পৰিল। অৱশেষত ৰাণীৰ ৰজা হেৰম্বেশ্বৰে মহাপুৰুষৰ অনিচ্ছা স্বত্বেও শৰণ লবলৈ অহা শুনি মাধৱদেৱে পৰিয়া আঁতাক সত্ৰৰ অধিকাৰ পাতি নৌকাৰে ভটিয়াই যায়। যাবৰ সময়ত পৰীয়া আঁতাই চৰণত ধৰি বহু কাকুতি-মিনতি কৰাত গুৰু জনাই বহু সান্ত্বনা দি গুচি যায়। পিচত আতাই দেখিলে যিটো শিলত থিয় হৈ গুৰুজনাই সান্ত্বনা দিছিল তাত দুটি পদচিহ্ন আছে। আতাই পদচিহ্ন

* গুইমাৰা নিবাসী শ্ৰীযুত ৰাজেন্দ্ৰ চন্দ্ৰ ভাগৱতীৰ পৰা পোৱা।

ছুটি নি ভালদৰে ৰাখে। বৰ্ত্তমানেও সত্ৰত আছে। প্ৰবাদ মতে ব্ৰহ্ম পুত্ৰৰ (ব্ৰহ্মপুত্ৰৰ) দক্ষিণ পাৰে এই সত্ৰখনি প্ৰথমে স্থাপিত হোৱা বাবে ইয়াৰ নাম 'বৰ হেৰামদো' হয়। কিছুমানৰ মতে 'হৰি, ৰাম নামৰ দোকান'ৰ পৰাই বৰহেৰামদো নাম হয়। বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীশৰৎ চন্দ্ৰ মহন্ত। *

***সৰুহেৰামদো সত্ৰ*** (মহাপুৰুষীয়া) বৰহেৰামদো সত্ৰৰ সমীপতে এই সত্ৰ। দক্ষিণ কূলীয়া কৃষ্ণ আতৈ ছয়গাওঁৰ ওচৰৰ গোবৰ্দ্ধন পাহাৰৰ পৰা উজাই আহি সত্ৰ সেৱা কৰি ফুৰোঁতে মাধৱদেৱ নামৰ সুখ লভা টাঙাৰ তলৰ ঠাইখন পায় আৰু তাতেই বন্তি শিখা জ্বলাই নাম প্ৰসঙ্গ কৰি সুখেৰে বাস কৰে। নাম ধ্বনি শুনি মানুহে তেওঁক আগুৰি ধৰাত চাৰি বুঢ়া প্ৰমুখ্য কৰি সমূহ অধিকাৰী পাতি তাৰ পৰা গুছি যায়। মহাপুৰুষ মাধৱদেৱে তাত ৰাম নামৰ সুখ লভিছিল বাবে সত্ৰৰ নাম "সুখৰ ঠাই সৰু হেৰামদো" ৰাখে। ৰজা শিৱসিংহই সত্ৰ পৰিচালনাৰ বাবে ১৯২ বিঘা জমা নিস্পিখেৰাজ কৰি দান দিয়ে। তাৰ আয়কৰ সত্ৰত খৰছ কৰা হয়। বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীৰাম চন্দ্ৰ মহন্ত।

***উৰপোট সত্ৰ*** ঃ—মহাপুৰুষ মাধৱদেৱে বৰ হেৰামদোৰ পৰা চতুৰ্ভূজ ঠাকুৰক এই ফালে বন্তিশালা জ্বলাবৰ সুবিধা চাবলৈ পঠায়। ঠাকুৰে এইখিনি বিশিষ্ট ঠাই বুলি জনোৱাত গুৰুজনা আহে। কিন্তু অলপ দূৰৈৰ মাটীয়া পাহাৰ এখনৰ পৰা লক্ষ্য কৰি দেখিলে যে এখনি নৈ বৈ আছে আৰু নৈয়েদি মদৰ জগলী উটি আহিছে। সেই বাবে গুৰুজনা নগৈ ঠাকুৰক তাত গৈ কীৰ্ত্তন ঘৰ সাজি বন্তি শলা জ্বলাই ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ কয়। ঠাকুৰক বুজাই বঢ়াই গুৰুজনা বৰহেৰামদোলৈ ফিৰি যোৱাত তেওঁ অসন্তোষেৰে স্তম্ভিত হৈ চাই দেখে যে যিটো শিলত থিয় দি মহাপুৰুষে ঠাকুৰক সান্ত্বনা দিছিল তাত ছুটি পদচিহ্ন বহিছে। ঠাকুৰে পদচিহ্ন যুক্ত শিলটি আনি ইয়াত ৰাখে। সেই অঞ্চলৰ মানুহে ঠাকুৰৰ নাম কীৰ্ত্তন শুনিবলৈ আহে আৰু বস্তু বাহানি যথেষ্ট পৰিমানে আনে। মানুহ আৰু বস্তু বাহানিৰ কেতিয়াও 'ওৰ' নপৰে; ঠাইৰোৰ 'পোট' হৈ থাকে। সেই বাবে গুৰু জনাই ঠাইখনৰ নাম

* উৰপোট সত্ৰৰ সত্ৰাধিকাৰ হৰেশ্বৰ মহন্তৰ পৰা এই কথাখিনি সংগ্ৰহ কৰা হৈছে।

"ওৰপোট" বা উৰপোট ৰাখে। পিচত ৺শিৱসিংহ ৰজাই সত্ৰ পৰিচালনাৰ বাবে কিছু মাটি নিস্কৰ দান দিয়ে। সত্ৰৰ বৰ্ত্তমান অধিকাৰী শ্ৰীহৰেশ্বৰ মহন্ত। *

***বৰফুলগুৰি সত্ৰ*** (মহাপুৰুষীয়া) ঃ—চতুভূৰ্জ ঠাকুৰে উৰপোটত বন্তি জ্বলোৱাৰ পিচত ভোলা গাওঁৰ ৺বাৰণ সিং ৰজাই ঠাকুৰক নিজ ৰাজ্যলৈ নিয়ে। ঠাকুৰে গৈ তাত ডাঙৰ ডাঙৰ ফুলৰ গছ দেখি কীৰ্ত্তন ঘৰ সাজে। প্ৰবাদ আছে বৰহেৰামদোত থাকোতে মাধৱদেৱক শ্ৰীৰাম আতাই তাৰ পৰা আনি ডাঙৰ ফুলৰ থোপা দিছিল। গুৰুজনে হেনো কৈছিল—"শ্ৰীকৃষ্ণই ৰুক্মিণীক ৰথেৰে লৈ যাওঁতে ডাঙৰ ফুলৰ থোপা খোপাৰ পৰা পৰিছিল আৰু সেই ঠাইতে ফুল গজিছিল। তাত এখনি সত্ৰ হব।" চতুভূৰ্জ ঠাকুৰে সেই ঠাইতে সত্ৰ পাতিলে আৰু সত্ৰৰ নাম বৰফুল গুৰি ৰাখিলে। এই সত্ৰ বৰহেৰামদোৰ ওচৰত আৰু নতুন পলাশবাৰীৰ পৰা ইয়াৰ দূৰত্ব হব প্ৰায় ৬ মাইল। *

***সৰুফুলগুৰি সত্ৰ*** (মহাপুৰুষীয়া) ঃ—বৰহেৰামদো সত্ৰৰ শ্ৰীৰাম আতৈয়ে ফুৰিবলৈ যাওঁতে বৰফুলগুৰি সত্ৰৰ ওচৰত কিছুমান সৰু সৰু ফুলৰ গছ দেখিবলৈ পাইছিল। বৰফুলগুৰিৰ দৰেই ৰুক্মিণীৰ মূৰৰ পৰা পৰি যোৱা সৰু ফুলৰ পৰাই তাত ফুলনি হোৱা আৰু গুৰুজনাৰ উপদেশ ক্ৰমেই তাত এখন সত্ৰ হোৱাৰ প্ৰবাদ আছে। দক্ষিণকুলীয়া কৃষ্ণ আতৈ তাত গৈ সৰুফুলগুৰি সত্ৰ পাতে। তেৰেঁই তাত গৈ বন্তি শলিতা জ্বলাই কীৰ্ত্তন ঘৰ সাজি নিত্য নাম প্ৰসঙ্গ আদি কাৰ্য্য চলাই থাকে।

***শিকাৰহাটী সত্ৰ*** (মহাপুৰুষীয়া) ঃ—মাধৱদেৱ বৰহেৰামদোত থাকোতে বাণীৰ ৰজাই শৰণ লব বুলি নাওঁ যাত্ৰা কৰি গুৰুৰ ওচৰলৈ আগ বাঢ়ি আহে। গুৰুৱে কিন্তু সময়ত ৰজাক সাক্ষাৎ নিদিয়া মানসে আন আন ভকত ১৮ জনৰ সৈতে ৰঙা ঘাটত নাৱঁত উঠি ভটিয়াই যায়। গুৰুজন কিছুদূৰ গৈ শাকো মূৰি ঘাটত নৌকা ৰখালে। তেতিয়া ৰামচৰণ ঠাকুৰে বোলে—"মামা বহু বেলি হ'ল ; ৰজাও ফিৰি গ'ল। গতিকে ইয়াতে স্নান কৰি অলপ ভোজন কৰা হওক।" সেই মতেই কাম হল। এই ঠাইখন সকলো ফালৰ পৰা মনত লগা হেতু ঠাকুৰৰ কথা মতেই গুৰুজনাই তাত এখন সত্ৰ পাতিলে।



৩

বৰপেটাৰ নহাটীয়া আতৈয়ে বৰপেটাৰ পৰা বন্তি শলিতা আনি এই সত্ৰৰ কীৰ্ত্তন ঘৰত থাপনা কৰে। *

**লেংটা সত্ৰ** (মহাপুৰুষীয়া) :—এই সত্ৰ নতুন পলাশবাৰীৰ প্ৰায় ১০ মাইল দক্ষিণত বৰদুৱাৰ মৌজাৰ অন্তৰ্গত। বৰদুৱাৰৰ গাৰো ৰজা আৰু এই ৰজাৰ কছাৰী মন্ত্ৰীজনৰ সমুখত গোপাল আতৈ আৰু উদ্ধৱ আতৈক বন্দী কৰি কটোৱালে হাজিৰ কৰালে। পিছে ৰজা-মন্ত্ৰী দুয়ো আতৈ দুজনৰ মহিমাত অভিভূত হৈ এৰি দিয়ে আৰু পিছত তেওঁলোকে মহাপুৰুষীয়া ধৰ্ম্মত দীক্ষিত হয়। বৃদ্ধ অৱস্থা হোৱাত এদিন মন্ত্ৰীয়ে গোপাল আতাৰ ওচৰলৈ গৈ কলে—"বাপ, আমাৰ জীৱনৰ প্ৰায় শেষ অৱস্থা। গতিকে আপোনাৰ তিনিটি লৰাৰ এটি আমাক দিয়ক।" গোপাল আতাই তেতিয়া দিন বাৰ ঠিক কৰি তেওঁৰ দ্বিতীয় পুত্ৰ 'হৰিকৃষ্ণ'ক ৰজা-মন্ত্ৰীৰ হাতত দিলে। ৰজাই হৰিকৃষ্ণ আতৈক অনেক সমাদৰ কৰি নিজ ৰাজ্যত নিস্কৰ মাটি বৃত্তি দি পাতিলে। হৰি কৃষ্ণই প্ৰথমতে পুৰাণ টেটুৱাত সত্ৰ স্থাপন কৰিলে। কালক্ৰমত এই সত্ৰৰ চিনচাব নাইকীয়া হয়। ইয়াৰ ওচৰতে জঁাজিবনৰ মাজত এজন সন্ন্যাসী অন্তৰ্দ্ধান হোৱাত টেটুৱা সত্ৰ এই আশ্ৰমলৈ তুলি আনে। সন্ন্যাসীজন লেংটা (উলঙ্গ) হৈ আছিল বাবে এই সত্ৰৰ নাম লেংটা ৰখা হয়।

হৰিকৃষ্ণ আতৈৰ বংশধৰ শ্ৰীপদ্মকান্ত মহন্তই ৰাইজৰ সহযোগত বৰ্ত্তমান এই সত্ৰ পৰিচালনা কৰি আছে। *

এই বোৰৰ উপৰিও হৰিপুৰ, কাৰিপাৰা, কাটলামাৰী, কেচাইডুবি, ধেকেলাবাৰী, নলঙ্গা, গৰাবাৰী, ফুটকিবাৰী, গণকপাৰা, ধোপগুৰি, কেউলীয়াহাটী, নপতা, নহাটী, নবৰি, মৰহাটা, জটিয়াজজী, কান্দুপুৰ, বেতবাৰী, কাটাৰীবাৰী, দলগোমা, দমনিচোঁচ, বুৰুকা, আমৰাঙ্গা, মুৰমালা, কঙ্গৰা, দীঘলকুছি, গোৱালহাটী, পুখুৰীপাৰ, শিলফুটা, পৰালবৰী, কেন্দুকুছি, আগছিয়া, মদনপুৰ আদি সত্ৰৰ নাম শুনা যায়। এই মহাপুৰুষীয়া সত্ৰবোৰৰ অস্তিত্ব এতিয়া প্ৰায়

* সত্ৰাধিকাৰ শ্ৰীযুত পদ্মকান্ত মহন্তৰ পৰা এই সত্ৰবিলাকৰ বিৱৰণ সংগ্ৰহ কৰা হৈছে।

নাই বুলিয়ে কব পাৰি। যি কেইখন স্থানীয় মহন্তসকলে ৰাখি আছে তাৰো সেই আগৰ সচ্ছল অৱস্থা নাই।

পলাশবাৰীৰ পৰা প্ৰায় ৩০ মাইল দূৰৈত বকোৰ ওচৰত থকা **চমৰীয়া সত্ৰ** এই অঞ্চলৰ ভিতৰত প্ৰধান বুলি কব পাৰি। এই সত্ৰ মহাপুৰুষীয়া। চমৰীয়া সত্ৰৰ বহুল বিৱৰণী বৰ্ত্তমানে দিব পৰা নগ'ল। দক্ষিণ কামৰূপৰ পৰা অনেকলোকে বছৰেকীয়া উৎসৱবোৰত এই সত্ৰ পৰিদৰ্শন কৰিবলৈ যায়। চমৰীয়াবাসীয়ে এই লোকসকলক যি সা-সৎকাৰ কৰে তাকে কৈ আমাৰ বয়োবৃদ্ধ সকলে গৌৰৱ বোধ কৰে। †

## আন আন দেৱালয় সমূহ

***পিতা-মাতা থান ঃ***—এই থান মিৰ্জ্জা পাহাৰৰ দক্ষিণ পশ্চিম ফালে ৰাস্তাৰ দাঁতিত। ইয়াত ৰাধাকৃষ্ণ আৰু হৰ-পাৰ্ব্বতীৰ ৰমণ ক্ৰিয়াৰত শিলৰ মূৰ্ত্তি আছে। শ্ৰীহাটী সত্ৰৰ অধিকাৰী কোনোবা গৰাকী গোসাঁয়ে (অনুমান ১৬৮০।৯০ চনত) এই মূৰ্ত্তি আনি এই থানৰ ওচৰৰ বতিয়া পাৰা গাওঁত থাপনা কৰিছিল। পিছত গৰখীয়াবোৰে তাৰ পৰা এই মূৰ্ত্তি নি বৰ্ত্তমানৰ ঠাইত ৰাখে। বৰ্ত্তমান স্থানত স্ত্ৰী-পুৰুষ উভয়েই পিতামাতাৰ চৰণত পূজা সেৱা কৰে। লোক প্ৰবাদ মতে সতি সন্ততি হীন তিৰোতাই সোণ ৰূপৰ ফুল আদি দি ইয়াত পূজা কৰিলে মনোবাঞ্ছা পূৰ্ণ হয়।

***বৰকঞা ঃ***—পিতামাতা থানৰ প্ৰায় তিনি ফাৰ্লং দক্ষিণত বৰকঞা। গছ এজোপাৰ গুৰিত কেইটিমান ডাঙৰ শিলেই এই থান। তাত দৰা কন্যাৰ বিয়াৰ সাজ-পোছাক পোৱাৰ কিম্বদন্তি আছে। বহুদিন আগতে হেনো দৰা কন্যাবোৰে বিয়াৰ সাজ-পোছাক পাবলৈ আগদিনা খনে তামোল পানেৰে পূজা সেৱা কৰিছিল আৰু পিছ দিনা সেইমতে পাইছিল। বিয়াৰ পিছত সেইবোৰ ঘূৰাই দিব লাগিছিল। কোনো দৰাই ঘূৰাই নিদিয়াত পিছলৈ কাপোৰ নিদিয়া হ'ল। তাত কোনো বিগ্ৰাহাদি নাই। তথাপি আজিও বাটৰুৱা আৰু স্থানীয় লোকৰ বাবে ই এখন থান হৈ আছে।

† এই সত্ৰবিলাকৰ উল্লেখ শ্ৰীযুত উপেন্দ্ৰ চন্দ্ৰ লেখাৰু ডাঙৰীয়াই সম্পাদন কৰা "কথা গুৰুচৰিত"ৰ ২৪৭ পৃঃ—২৪৯ পৃঃত পোৱা যায়।

**দুধকুঁৰৰী ঃ**—সতীৰ মৃতদেহ কান্ধত-লৈ মহাদেৱে অনাই বনাই ঘূৰি ফুৰোঁতে শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবোৰ বাৱন্ন ঠাইত পৰাত বাৱন্নখন পীঠ হোৱাৰ বৃতান্ত আছে। সতীৰ স্তন যুগল হেনো বৰ্ত্তমান নতুন পলাশবাৰী চহৰৰ পৰা ডুমাইল দক্ষিণ পশ্চিমে অৱস্থিত ৰঙামাটি পাহাৰত পৰিছিল। সেই-বাবেই ইয়াত এখন থান হয়। এই থানৰ নাম দুধকুঁৱৰী। ৰঙামাটি পাহাৰৰ মাজৰ অতি মনোৰম ঠাই এডোখৰত এই পীঠ অৱস্থিত।

দুধকুঁৱৰীৰ আদি বৃত্তান্ত সম্বন্ধে এটা কিম্বদন্তি চলি আহিছে। এজন নৈষ্ঠিক ব্ৰাহ্মণৰ ( কোনোৰমতে পূৰ্ব্বৰ দলৈ ) এজনী কপিলী গাই আছিল। গাইজনী নিতৌ প্ৰায় শেষ ৰাতি গোহালীৰ পৰা ওলাই গৈ বৰ্ত্তমান পীঠ থকা ঠাইলৈ গৈ বগা দামুৰী এটাক পিয়াহ খুৱাইছিল। পিচে গৃহস্থৰ তদন্তৰ ফলত এই ঘটনাটো প্ৰকাশ হয়। তেতিয়াৰ পৰা আৰু গাইজনী তালৈ নোযোৱা হয়। কথিত আছে এই দামুৰীটিৰ গাৰ পৰা হেনো দিব্যজ্যোতি বিৰিঙ্গিছিল সেইবাবেই স্থানীয় ৰাইজে আধ্যাত্মিক ভাৱপ্ৰসূত ধাৰণাৰ বশবৰ্ত্তী হৈ দা-কোৰলৈ হাবি বননিয়ে আৱৰি থকা ঠাইখন খন্দাত শিলৰ খোদিত 'স্তন যুগল' ওলায় আৰু এটি শক্তিশালী নিজৰা দেখিবলৈ পায়। কপিলা গাই আৰু বগা দামুৰীৰ মিলন আৰু স্তনে ৰাইজক ধৰ্ম্মানুস্থানৰ ইঙ্গিত দিয়ে। সেইবাবেই তাত এখন ধৰ্ম্মানুস্থান পতা হয়। কপিলা গাইৰ দুগ্ধৰ কাহিনী স্মৰি ইয়াক দুধকুঁৱৰী বোলা হয়। স্তন যুগলৰ পৰাই ইয়াত সতীৰ অঙ্গপাত হোৱা বুলি প্ৰতীয়মান হয়।

প্ৰতি বছৰে ইয়াত কামাখ্যাৰ নিচিনা 'মাৰে বৰা' অৰ্থাৎ মনসা পূজা হয়। তাত জকীবোৰে ( দেওধাই ) নৃত্যৰে দেৱীক অৰ্চ্চনা কৰে।

**লাহেশ্বৰী আৰু ধাৰেশ্বৰীৰ থান ঃ**—ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বামুন্দিৰ ওচৰত নৈৰ কাষতে লাহেশ্বৰীৰ থান আছে। এজোপা ডাঙৰ গছৰ তলত থকা ডাঙৰ শিল এটিয়েই লাহেশ্বৰীৰ আসন। ইয়াত আন কোনো মূৰ্ত্তি আদি নাই। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে শোৱালকুচিৰ ওচৰত ধাৰেশ্বৰীৰো থান আছে। ধাৰেশ্বৰী আৰু লাহেশ্বৰী দুয়ো বাই-ভনী। ধাৰেশ্বৰী শান্ত, সৌম্য আৰু শান্তিৰ প্ৰতীক ; লাহেশ্বৰী ৰৌদ্ৰ আৰু উগ্ৰ মূৰ্ত্তিৰ প্ৰতীক।

প্ৰায় একশ বছৰ আগত কুকুৰীয়া নিবাসী ৺ৰূপাৰাম কলিতাই লাহেশ্বৰীৰ ওচৰৰ পথাৰত পাম পাতিছিল। তাতেই তেওঁক লাহেশ্বৰীয়ে পূজা পাতল কৰিবলৈ ইঙ্গিত দিয়ে। সেইমতে ৺ৰূপাৰামে কুকুৰীয়াত লাহেশ্বৰী থান পাতি পূজা পাতল কৰে। শেষত দেৱীয়ে ৺ৰূপাক ভালকৈ লম্ভাত তেওঁ জকী হৈ বহুত দিন দেওধা নৃত্যৰত হৈ থাকে। আজিলৈকে তেওঁৰ বংশৰে লোকে জকী হৈ মনসা পূজাৰ সময়ত এই থানত দেওধা নৃত্য কৰি আহিছে। কুকুৰীয়া নদীয়ে খহোৱাত ইয়াৰ বৰ্ত্তমান থান হুডুমপুৰ গোসাঁই ঘৰত পতা হৈছে। এইবেলি ৺ৰূপাৰ প্ৰথম নাতিয়েক মহেশ্বৰে লাহেশ্বৰী আৰু ধাৰেশ্বৰীৰ কোপত পৰাত তিনিমাহ অবিৰত ভাবে জকী হৈ পৰিছে। লাহেশ্বৰীয়ে জকীৰ শৰীৰত লম্ভিলে ৰক্তবস্ত্ৰ পৰিধান কৰি সেন্দুৰ তিলক লৈ ৰক্ত পুষ্পেৰে পূজা কৰে আৰু শক্তিৰূপ ধাৰণ কৰিলে বলি গ্ৰহণ কৰে। আকৌ ধাৰেশ্বৰীয়ে লম্ভিলে শুভ্ৰবস্ত্ৰ পৰিধান কৰি চন্দনৰ ফোঁট লৈ শুভ্ৰ পুষ্পেৰে পূজা কৰে।

এই থান দুখন বেউলা লখীন্দাৰৰ সময়ত হোৱা মনসা পূজাৰ নিদৰ্শন বুলি অনুমান কৰা হয়। লাহেশ্বৰীৰ বিষয়ে এটা প্ৰবাদ আছে—যি সকল ছোৱালীয়ে বয়ন শিল্পৰ বিষয়ে নেজানে, তেওঁলোকে তালৈ গৈ বাতি কাঢ়ি পূজা সেৱা কৰিলে হেনো ভাল শিপিনী হয়।

***ফালা-মূৰাৰ থান*** :—জন্মৰে পৰা মূৰৰ সোঁ মাজেৰে ফলা চিহ্ন থকা এজন 'ৰাতি খোৱা সম্প্ৰদায়'ৰ ভকতে প্ৰায় দুশ বছৰ আগতে মিৰ্জাৰ সমীপ-বৰ্ত্তী সৰপাৰা গাওঁত এই থান পাতে। এই ভকতজনে প্ৰথমতে যেতিয়া ঘকৰা কাম বন এৰি গোঁসাই ঘৰ নিৰ্ম্মাণৰ বাবে উঠি পৰি লাগিল ককায়েকে বিক্ষুব্ধ হৈ তেওঁৰ মূৰত প্ৰসাব কৰিব ওলাইছিল। ভকতে বোলে—'যাৰ প্ৰসাবেই নাই তেওঁ মোৰ মূৰত প্ৰসাব কৰে কেনেকে ?' তেতিয়াৰ পৰা ককায়েকৰ শৌচ প্ৰসাব বন্ধ। পিছে ভকতেহে ককায়েকক ভাল কৰিব পাৰিছিল। এওঁ আৰু অলেখ অলৌকিক প্ৰতিভা দেখুৱাইছিল। তেওঁলোকৰ ভকত সেৱাৰ কাৰণে কছাৰী গাওঁৰ পৰা অনা মদ এজন বিশিষ্ট ব্যক্তিয়ে চাই দেখিলে যে ভকতৰ প্ৰভাবত মদ গুছি গাখীৰ হৈ আছে।

ভকত পূৰা ছ'কুৰি বছৰ ভোগ কৰি স্বৰ্গগামী হয়। তেওঁৰ মূৰটো ফলা আছিল কাৰণে মানুহে ফলা মূৰা বুলিছিল আৰু সেই অনুসাৰে তেওঁ থাপনা কৰা থানক ফালা মূৰাৰ থান বুলি কোৱা হয়।

***বুঢ়া গোঁসাইৰ থান*** ঃ—নতুন পলাশবাৰী চহৰৰ পৰা ২ মাইল উত্তৰ পশ্চিমত থকা দখলা পাহাৰৰ ওপৰত বুঢ়া গোসাইৰ দেৱালয় আছে। এই থান খন শিৱসিংহ ৰজাৰ ( খৃঃ ১৭১৪—১৭৪৪ ) দিনত পতা হয় আৰু ৰজাই মাটি বৃত্তি দি পৃষ্ঠপোষকতা কৰে।

এই থানত প্ৰাচীন ভাস্কাৰ্য্যৰ এখন সুন্দৰ আসন আছে আৰু তাত শিৱলিঙ্গৰ প্ৰতিকৃতি স্থাপন কৰা আছে। এই সম্বন্ধে এটি পুৰণি আখ্যানো আছে। এই থানৰ প্ৰথম দলৈ ৺মাজুবাপু শৰ্ম্মাৰ ভায়েক ৺পূৰ্ণানন্দ মেধিৰ কলী গাই এজনীয়ে হেনো ৰাতি গোহালীৰ পৰা ওলাই আহি দেৱালয় স্থাপন কৰা ঠাইত গাখীৰ পেলাইছিল। পিছে এই ঠাই খন্দাত সুন্দৰ আসন এখন ওলায়। সপোনৰ মৰ্ম্মে বাঘমাৰা বিলত জাল পেলাই এটা শিৱলিঙ্গ উদ্ধাৰ কৰি এই আসনত ৰজা প্ৰজা মিলি মহাপয়োভৱেৰে থাপনা কৰে। এই থানক ৰাইজে বুঢ়া গোসাইৰ থান বোলে। বুঢ়া-গোসাই এই অঞ্চলৰ ৰাইজৰ পৰম পূজনীয়।

***নাক কাটি বা নিজেশ্বৰীৰ থান*** ঃ--মিৰ্জ্জা পাহাৰৰ উত্তৰ দাঁতিত নিজৰাৰ পাৰত এই থান অৱস্থিত। এই থানক নিজেশ্বৰী, মীৰ্জ্জেশ্বৰী, নিজেহেৰী আৰু নাককাটি আদি কেবাটাও নামেৰে জনা যায়। স্থাপনৰ কাল, প্ৰতিষ্ঠাতা আদিৰ কোনো বিৱৰণ পোৱা নাযায়। প্ৰবাদ আছে বহুবছৰ আগতে বাহমেৰীয়া নামৰ এজন লোকে তাত থাকি গৰু পুহিছিল। এদিন চোৰে গাই কেইজনীক চোৰ কৰি নিব খোজাত গোসাঁনীয়ে তেওঁক জগাই দিয়াত চোৰে গোসাঁনীৰ নাকটো কাটে আৰু চোৰ তাতেই মৰি থাকে। নাকটো কটা বাবে গোসাঁনীৰ নাম নাককাটি হয়।

কামাখ্যা আৰু দুধকুঁৱৰীৰ দৰে ইয়াটো মনসা পূজা আদি হোৱাৰ কথা শুনা যায়।

***বাঘেশ্বৰী বা বাগেশ্বৰী থান*** ঃ—মিৰ্জ্জা পাহাৰৰ পূবফালে সন্তোলা গাৱঁৰ ওচৰত থকা ঘূলি এটিত বাঘেশ্বৰী দেৱালয়। প্ৰাকৃতিক সৌন্দৰ্য্যৰ

পৰিপূৰ্ণ এখন ঠাই। এই দেৱালয়ৰ ভাস্কাৰ্য্য মন কৰবিলগীয়া। সিদ্ধি-দাতা গণেশৰ মূৰ্ত্তি আৰু বয়ন শিল্পৰ আহিলা যঁতৰ প্ৰমুখ্যে কেইটিমান শিলত খোদিত সজুঁলিৰ চিত্ৰ আছে। গণেশৰ মূৰ্ত্তি মন্দিৰৰ বাহিৰত আছে আৰু মন্দিৰৰ ঠাইত বয়ন শিল্পৰ সজুঁলিবোৰ আছে। ছোৱালী-বোৰে তাত গৈ শিপিনী হবলৈ বাঞ্ছা কৰি পূজা পাতল কৰে আৰু সেই-মতে শিপিনী হোৱাৰ প্ৰবাদো আছে। সেইবাবেই দেৱালয়ৰ নাম বাগেশ্বৰীও বোলা হয়। ওচৰত থকা কছাৰীবোৰে এই থানত কাছ বলি দি পূজা পাতল কৰা নিয়ম এতিয়াও আছে।

***সতীৰ থান বা বলদেৱ গোসাঁইৰ থান ঃ—***ৰাজা পুখুৰীৰ পাৰত (ৰাজা পুখুৰী সত্ৰৰ ভিতৰত) ভাৰতীয় সতী নাৰীৰ আদৰ্শ স্বৰূপা বিষ্ণু প্ৰিয়াৰ সতীপীঠ বা বলদেৱ গোসাঁইৰ থান। শ্ৰীহাটী সত্ৰৰ গোস্বামী বংশৰ পূৰ্ব্ব-পুৰুষ ৺বলদেৱ গোঁসাই ৰাজপুখুৰী সত্ৰলৈ শিষ্য ফুৰিব আহোঁতে হঠাতে ইয়াত স্বৰ্গী হয়। তেওঁৰ সতীসাধ্বী পত্নী বিষ্ণু প্ৰিয়াই পতি বিয়োগৰ বাতৰি পাই বিশাল ব্ৰহ্মপুত্ৰ নদী আগলতি কল পাতেৰে পাৰহৈ আহি ৰাজাপুখুৰীত উপস্থিত হয় আৰু পতিৰ লগত সহমৰণৰ কথা শিষ্য সকলক জনায়। শিষ্যসকল অশান্তি হোৱাত সতীয়ে নানা প্ৰকাৰ অলৌকিক কাৰ্য্য দেখুৱাই সকলোকে স্তম্ভিত কৰে আৰু পিচত একেখনে চিতাতে সতী যায়। তেতিয়াৰ পৰাই এই সতীপীঠ আঞ্চলিক ৰাইজৰ সেৱা পূজাৰে অৰ্চ্চিত হৈ আছে। দূৰ-দূৰণিৰ বহুতো সন্তান কামী নৰ-নাৰীয়ে এই পীঠত সেৱা পূজা কৰি সন্তান লাভ কৰা প্ৰৱাদ আছে।

***পীৰ পাৰাৰ পীঠ ঃ—***মিৰ্জ্জা পাহাৰৰ পূৱফালে মুছলমানী পীঠ এখন আছে। বৰ্ত্তমান সেই ঠাইক পীৰ পাৰা নামে জনা যায়। ওচৰত মুছল-মান নাই। অনুমান মুছলমান সেনাপতি মীৰ্জ্জা নাথনে এই ঠাইৰ ওচৰত চকি পাতি যুদ্ধ কৰোঁতে ধৰ্ম্ম ৰক্ষাৰ কাৰণে এই পীৰ সাজিছিল।

***চণ্ডিকা ঃ—***পলাশবাৰীৰ ১২ মাইল দূৰত থকা চণ্ডিকা গোসাঁনীৰ থান এই অঞ্চলৰ এখন পবিত্ৰ দেৱালয়। লখীন্দাৰ আৰু সতী বেউলাৰ কাহিনীৰ মূল কেন্দ্ৰস্থল এই ছয়গাওঁ। তাত চান্দৰ মেৰঘৰ, তেলৰ নাদ আদিৰ সামান্য ভগ্নাৱশেষ আছে। অৱশ্যে এইবোৰৰ উপযুক্ত ভাবে সংৰক্ষণৰ ভাৰ

লোৱা হোৱা নাই। অলপতে এই মেৰঘৰ থকা কম্পাউণ্ডত মাটি খন্দন কাম কৰোতে কেইবাটাও অতি পুৰণি সোনৰ মোহৰ ওলাইছিল। এই চণ্ডিকাতে চান্দই মনসা পূজা কৰিছিল। মনসাদেবীৰ আন এজনী ভনীয়েক বকোৰ ওচৰত কোনোবা ঠাইত আছে বুলি শুনা যায়। সেই ঠায়ো স্থানীয় ৰাইজৰ পূজনীয়।

এই বিলাকৰ উপৰিও আন আন বহুত দেৱালয় এই গোটেই অঞ্চলত সিচঁৰিত হৈ আছে। এই আটাই বিলাক দৃষ্টি গোচৰলৈ অনাতো আমাৰ পক্ষে সম্ভৱপৰ নহল। তাৰ ভিতৰত মানুহৰ মুখৰ পৰা শুনা হিচাবে ছয়গাওঁৰ ***গোৱৰ্দ্ধণ পাহাৰত*** শ্ৰীকৃষ্ণৰ চৰণচিহ্ন আছে। ৰতনপুৰত মনসা পূজা কৰা **বৰমান্নীন** থান আছে আৰু হাঁহিমৰ ওচৰত ***কিন্নাণ গাৱঁত*** হেনো এটা প্ৰায় আধা মাইল দীঘল শিলৰ ঘৰ আছে। ইয়াত জনজাতীয় লোকসকলে পূজা পাতল কৰে। লোহাৰঘাটৰ ***তিয়ামাৰা*** থানো বিশেষ উল্লেখযোগ্য। *

---

* উল্লিখিত সত্ৰ আৰু থান বিলাকৰ বিষয়ে প্ৰৱন্ধ লিখাটো আমাৰ উদ্দেশ্য নহয়। আমাৰ উদ্দেশ্য হৈছে এইবোৰৰ নাম সুধীবৃন্দৰ ওচৰত দাঙি ধৰা আৰু ভবিষ্যতলৈ এইবোৰ সম্পৰ্কে তথ্যাদি সংগ্ৰহ কৰাত তেওঁলোকক সহায় কৰা।

# আঞ্চলিক জনগীতি

শ্ৰীমহেন্দ্ৰ দাস

ঈশ্বৰে স্ৰষ্টা গাওঁত যিবোৰ অকৃত্ৰিম আৰু বিজাতীয় জাক জমকতা নথকা বস্তু আছে তাৰ ভিতৰত জনগীত বিলাক অন্যতম। এই গীতবোৰত নিৰক্ষৰ মানুহৰ সহজ সৰল প্ৰাণৰ নিভাঁজ আত্মপ্ৰকাশ আৰু অনুভূতি প্ৰৱণতা বিচাৰি পোৱা যায়। পৃথিবীৰ প্ৰায় সকলো দেশতে আৰু সকলো ঠাইতে সুকীয়া জনগীত প্ৰচলিত হৈ আছে। এই জনগীতবোৰেদি জাতীয় জীৱনৰ মানদণ্ড বিচাৰি চাব পাৰি।

আমাৰ পলাশবাৰী অঞ্চলৰ বিভিন্ন উৎসৱ সমূহত গোৱা কিছুমান গীত ইয়াত দাঙি ধৰা হ'ল। ইয়াৰ সৰহভাগ গীতেই তিৰোতাসকলৰ মুখৰ পৰা সংগ্ৰহ কৰা হৈছে। এই গীতবোৰৰ সুৰ আৰু কথাও তেওঁলোকৰ কোনোবা নাম নথকা শিল্পীৰেই সৃষ্টি।

## *জাপাথোৱা গীত ঃ—*

আমাৰ এটা নিয়ম আছে—ছোৱালী যেতিয়া পুষ্পিতা হয় তেতিয়া আত্মীয়ৰ ঘৰত জাপা থব লাগে। অৰ্থাৎ বাকচৰ নিচিনা সৰু পাত্ৰ এটাত ছোৱালীৰ কাপোৰ আৰু গহনা ভৰাই গীত গাই গাই আয়তীসকলে ছোৱালীৰ কোনোবা আত্মীয়ৰ ঘৰত থৈ আহে। আত্মীয়ৰ ঘৰৰ পৰা আকৌ তেনেকৈ গীত গাই সি পক্ষৰ আয়তীসকলে ছোৱালী ধুৱাবৰ দিনাখন ছোৱালীৰ নিজ ঘৰলৈ লৈ আহে। এই জাপা অনা নিয়া কৰোতে এনে ধৰণে গীত গায়—

যাত্ৰাপথত—

জাপা মূৰত ৰাম চৰে
উৰাওঁ উৰাওঁ কৰে······

* * *

বাটে বাটে যায় জাপা
বনফুল খায়,
নাজানো জাপাৰ মায়া
কোন দেশে যায়।

নগৰৰ মাজেৰে যাব লগা হলে নগৰখনক লক্ষ্য কৰি গায়—

জাপাৰ সৰু খাটি
জাপা বান্ধে আটি
গীত যায় নগৰ ফাটি।

খোজ কাঢ়ি ভাগৰি পৰিলে—

বাটে বাটে পৰি গৈলা
চিটিকি বকুল
বুলিবাকে নোৱাৰো আমি
ভৰিতে নেপুৰ।

কন্যাৰ মাকক লৈ গায়—

এ আঠিয়া কলৰে ঘন ঘন পুৰলি
মুঁনিহৰ কলৰে শাৰী,
কইনাৰ মিয়াকে জাপা দি খেদেছি
সনাৰে গাজেলি মাৰি।

নামৰ আঁৰত নিজৰ গাওঁৰ নাম ধৰি আয়তীয়ে গৌৰৱ অনুভৱ কৰে—

সৰু জাপা পনুৰ চাকা এ
দেচালীৰে শালা,
আগছিয়াৰ আয়া আহিছু
এ গেন্ধে ফুলৰ মালা।

মাজ বাটত—

ঢাৰা পাৰি পাতি পাৰি
আমাক আছে চাই,
তেৰিয়া মেৰিয়া বাট
যাবাৰ উপায় নাই।

চোতালত থিয় হৈ—

ঢাৰা পাৰি নেদবি আমাক এ
চিয়াৰ পাৰি দিবি,
চাৰিঘৰৰ চাইটা আছু
এ ভাল মানুহৰ জী।




বহিবলৈ দিওঁতে—

জাপাক দিলা ফুলা পাতি
আমাক দিলা মাটি,
বহিবাৰে ঢাৰা নাইকা
দিলা বিন্না কাটি।

কন্যাক ধুৱাবৰ সময়ত—

মাহ দিয়া মাহ দিয়া
আপোনাৰে আই,
ভাল কৰি মাহ দিয়া
শৰীৰ জুৰায়।

আকৌ ৰগৰ কৰি গায়—

অশ্ৰদ্ধা ঘৰৰে বিশ্ৰদ্ধা ৰুক্মিনী
আমাকে আছিলা চাই,
আমি আহাতে বেলা ভাটি দিলা
বাহি গাও ধুৱাওঁতা নাই।

তেতিয়া আনদলে সমিধান দিয়ে—

হীড়া মাটি কুমাৰৰ চাক
সোনকালে আহিবা

কোনে দিছিল হাক
বিদায় দিয়া উলটিয়ে যাক।

কেতিয়াবা আকৌ সিঘৰক আক্ৰমণ কৰে—

আমি আহিছু জানেনী দিবাকে
ভৰি ধুবা নেদিলা পানী,
কালি যাবি কইনা ধুৰাবা
কালবোগক লৈ যাম টানি।

* * *

গাখীৰৰ টেকেলী ঘেলো মেলো
আমি খালো পিঠা গুৰি
তহঁতে দনা ফেলো।

আগদিনাৰ কথা মনত কৰি ইদলে সিঘৰত গায়—

কালি গেছিলি জাননী দিবাকে
পলুৰ পাত কৰিলি চুৰ
আজি আহিছু কইনা ধুৰাবা
মেখেলাৰ বাজেনি শুন।

* * *

আকো মুঠা পিঠা গুৰি
আকো আদখান পান,
সানি পক্তি তুলাওঁতে
দ'না উদাওঁ হল।

এনে ধৰণৰ অনেক গীত জাপাথোৱা বা তোলনী বিয়াত গোৱা হয়।

**_বিয়া গীত ঃ—_**

বিয়াৰ প্ৰতিটো পূজা অৰ্চ্চনাতে গাবলৈ বিধে বিধে বিয়া নাম ৰচিত হৈছে। অধিবাসৰ সময়ত গায়—

নৰা চাঁনিৰ তলে
তেল দেই বামুণে
অজলা বাপুৰে বিয়া......ইত্যাদি।

এই সময়ত বামুণক জোকায়—

বামুণৰে গোঁহাই নাইকা
কাঠৰ গোঁহাই পূজে,
বামুণৰে তিৰী নাইকা
ঘৰজিয়া থাকিব খুজে ।

পানী তোলাৰ সময়ত গোৱা গীতত আমৰ ঠানি আৰু মাটিৰ টেকেলীৰ কথাও উল্লেখ থাকে। কিয়নো এইবোৰ সেই সময়ত ব্যৱহাৰ হয়—

কাচা আমৰ ঠানি
কুমাৰৰ টেকেলী
বংশী নদীৰ পানী এ··· ।

পানী তুলিবলৈ ওলোৱাৰ সময়ত গায়—

কাষত কলসী লোৱা ৰাধা
মাথাই পুষ্প মালা,
যমুনাকে যাবা লেগি
নকৰিবি হেলা ।

পানীত পিণ্ড উটুৱাৰ সময়ত—

বাটা ভৰা কাটা তামোল
বিয়া ভৰা পান,
থাল ভৰা পিণ্ড্ বাপু
জলত কৰিলা দান ।

নদীত আগেয়ে পিণ্ড উটুৱাই দিয়ে তাৰ পাছতহে কলসীত পানী ভৰায়। এই সময়ত গায়—

কদম পৰিছে হালি
কোন ঘাটে তুলিম পানী এ···।

পানী ভৰাই নদী বা বিলৰ পৰা পাৰলৈ উঠি আহোঁতে—

পানী তুলি বাধে
পাছফালে নাচাবা
সাগৰে আহিব ঢলি এ,

সাগৰো আহিব

জগৰো লাগিব

বাপুৰে ধৰমীয়া বিয়া এ...।

পানী তোলা আয়তীসকলে চোতাল সোমোৱাৰ আগতে নঙলা মুখত থিয় হৈ গায়—

দুৱাৰ মেলা দুৱাৰ মেলা

মন্দিৰকে যায়,

অ' আনিছি গঙ্গাৰ জল

থবা দিয়া ঠাই।

পানীৰ টেকেলী আদৰি নিয়াত পলম হলে—

ধানৰে মণ্ডলী পাতিছে ঘুমতি

ক'ত বেলি থাকিম মই ৰৈ,

পাঁচটি আয়তী বৰ দুখ পায়ে

কাষতে কলসী লৈ।

মাহ হালধি ঘঁহি যেতিয়া দৰা কন্যাক কলপুলিৰ গুৰিত বহুৱাই গা ধুওৱা হয় তেতিয়া গায়—

সনাৰে বাটিতে মাহ যে হালধি,

ৰূপাৰে বাটিতে তেল,

কাষত কলসী লৈ কন্যাগনে

বৰকে ধুৱাবা গেল।

যি গৰাকী তিৰোতাই লঘোনে থাকি বৰ-কন্যা ধুৱাই তেওঁক আক্ৰমণ কৰে—

মাহ যে হালধি গাতে ঘঁহিলা

গাতে বৈ গেল মল,

আজি দিনে মানে আকো খাৱা নাই

হাততে নাহিকে বল।

নোৱাই উঠি কাপোৰ পিন্ধোৱাৰ সময়ত গায়—

গা ধুই উঠি বাপুই

মাকক সুধিলা

কি কাপোৰ পিন্ধিবা লাগে
ছাঁতে শুখাৱা মুঠিতে লুকাৱা
সেই কাপোৰ পিন্ধিবা লাগে।

ছাঁতে শুকোৱা আৰু মুঠিতে লুকোৱা কাপোৰে আমাৰ শিপিনী-সকলৰ কাৰ্য্যদক্ষতাৰ কথাকে সোঁৱৰায়। ৰাতি সুৱাগ তোলাৰ সময়ত গায়—

কাউৰে হাগিলা নলত
ইটো দোভাগ ৰাতি
কুনে সুৱাগ তুলে
তৰুৱা কদমৰ তলত

এই সময়তে আয়তীসকলে ৰগৰ কৰি গায়—

সুৱাগ তুলিব গ'ল
ক'ত গধূলি হ'ল
কন্যাৰ মিয়াকৰ
নীলাৰঙৰ মেখেলা
বগুৰীৰ জেউতে ৰ'ল।

দৰাই সাজ কাচোন কৰি উঠি যেতিয়া কন্যাঘৰলৈ যাবলৈ সাজু হবৰ হয় তেতিয়া আয়তীসকলে দৰাক সোঁৱৰায়—

গা ধুই চানা বাপুই
মুখে দিলা গাজি
ৰুক্মিণী পৰণা দিছে
যাব লাগে আজি।

ওপৰৰ নাম ফাঁকিত যি দৰে বেদনিধিৰ দ্বাৰা শ্ৰীকৃষ্ণক ৰুক্মিণীৰ ওচৰলৈ পত্ৰেৰে বিয়া কৰাবলৈ মাতি অনা হৈছিল সেইদৰে কন্যাইও দৰাক বিয়া কৰাবলৈ নিমন্ত্ৰণ কৰা অভিমত প্ৰকাশ কৰা দেখা গৈছে। আমাৰ বিয়ানাম-বোৰত দৰা কন্যাক কৃষ্ণ ৰুক্মিণী, সত্যৱান-সাবিত্ৰী, ঊষা-অনিৰুদ্ধ, ৰাম-সীতা ৰূপেৰে সম্বোধন কৰা হয়।

বৰযাত্ৰাৰ সময়ত দৰাক সোনকালে ওলাবলৈ নিৰ্দ্দেশ দি গায়—

সনকালে ওলা বাপু
মাজতে সাগৰ
ভালেখিনি যাবা লাগে
শহুৰৰ নগৰ।

মাজবাটত কন্যাৰ গাওঁ বা চহৰৰ নাম আদি উল্লেখ কৰি কয়—

অ' বাপু ডালিমা অ'
ক'ত ক'ত কইনা চালা কি কি নাও,
গুৱাহাটীত কইনা চালা
নীৰা বালা নাও
বাপু ডালিমা অ'……

কেতিয়াবা আকৌ বেণ্ডপাৰ্টি, ঢুলীয়া কালীয়া আদিক আক্ৰমণ কৰি গায়—

ঢুলীয়া-কালীয়া
হতাচিৰি যাৱা
ঢোলৰ কোব নামাৰা কিয়া ?

মাজবাটত গৰখীয়াবোৰে যেতিয়া জেঙা পাতে বা হেঙাৰ ধৰে তেতিয়া গায়—

এ ভাল গৰখীয়া ছলি
পাতাৰ কাটিলা জৰী
হেঙাৰ বান্ধিলা টান কৰি।
হে, ভাল গৰখীয়া এ
হেঙাৰ এৰি দিয়া যাওঁ,
তেওতো লখিনদাৰক
বিয়া কৰাই নেওঁ।

কন্যাঘৰৰ নঙলামুখত আয়তীয়ে দৰাক অভিমান কৰিবলৈ সোঁৱৰায়—

নাঙালাতে ৰৱা বাপু
নাঙালাতে ৰৱা,

আহে নাহে শহুৰেৰে
পাচেনী পঠোৱা।

তাৰ পাছত দৰা বৰণ কৰি নিবলৈ আহিলে গায়—

বাটঘৰৰ উপাৰে চৈ হৰি হৰি
বাটঘৰৰ উপাৰে চৈ,
চৈ দাঙি দিয়া বৰ বৰি নিয়া
সনাৰে বিচেনী লৈ।

কন্যাঘৰৰ চানিৰ তলত কন্যা সম্প্ৰদানৰ সময়ত দৰাঘৰীয়া আয়তীয়ে গায়—

আলা চাউলৰ নৈবাদ খনি
গৃহস্থৰে কাঁহি,
মাত বাপু শহুৰেৰেক
গোহাঁই পূজাক আহি।

আয়তীসকলৰ মানত দ'ৰাজন আও ভাও নজনা সহজ সৰল ল'ৰা। সেয়েহে গোসাঁইপূজাৰ সময়ত পুতৌ কৰি গায়—

গোঁহাই পূজিবা নাজানা থানুৱা অ'
মিয়াৰেক নাহিলি সুধি,
হাতে ঐ লচপচ চোতালে বাখৰৰ গাছ,
চেনেহৰ মিয়াৰে কৈ কৈ পঠেছি
তুলসী দলিয়াবা লাগে।

হোমাগ্নিৰ সময়ত যেতিয়া পুৰোহিতে বেদী সাজে তেতিয়া গায়—

অত বেলি বামুণ ঠাকুৰ
মাটিকে জুখিলা,
বাৰীৰে পটুৱা কাটি
হোমকে জ্বলালা।

কিবা কাৰণত হোমৰ জুই নুঠিলে আয়তীয়ে পুৰোহিতক নিৰ্দ্দেশ কৰে—

হোম নুঠে হোম নুঠে
বামুণৰে পাক,

ঘিউ ঢালি দিয়া বাপু
হোম চলি যাক।

কেতিয়াবা আকৌ দুয়োঘৰৰ পুৰোহিতে নানা তৰ্ক বিবাদ কৰি বিধি এৰিনিদিয়াৰ ভাও জুৰে। তেতিয়া দৰাঘৰীয়া আয়তীয়ে গায়—

কইনাথেৰ বামুণে        বৰথেৰ বামুণে
দুয়োজনে বন্ধালেক সখি,
কইনাথেৰ বামুণে        বিধি এৰি নিদিয়ে
থলা সনামুৰাক ৰাখি।

কন্যাক চোতালত উলিওৱাৰ আগতে দৰাঘৰীয়া তিৰোতা গৈ কন্যাক মূৰ চুচায়। তেতিয়া দৰাঘৰীয়া আয়তীয়ে গায়—

চোতালৰ পৰা চৰিয়া পঠালু
সীতা কেনে ভালে আছে,
ঐ শ্যাম কলীয়া নহবি বলীয়া
সীতা বৰ আদৰত আছে।

এই সময়ত কন্যাই ঘৰৰ ভিতৰত কন্দা-ক'তা কৰে। তেতিয়া গায়—

মূৰ চুচাব পঠাইছু বুঢ়ী ভাজেনী
পিন্ধাবা পঠাইছু পাজি,
কান্দিব নালাগে ওৰে ৰুক্মিণী
সাৰাণো নাই তোৰ আজি।

মূৰ চুচাব যোৱা দৰাঘৰীয়া তিৰোতা কেইজনীক কন্যাঘৰীয়া আয়তী-সকলে এইদৰে আক্ৰমণ কৰে—

কুনি আহিছা মূৰ চুচাবা এ
লালেক নিলা চুৰে এ,
এ বাধে জিল্‌মিল্ কৰে চোতালে,
ভৰি দুখন ভোলকা ঠেঙীয়া
পেট্‌টো ভাঙা ডুলি এ।

আকৌ—

কুনজনী আহিছা খাটেনী ভাঙাবা
লালেৰ গামোচা পিন্ধি,
লালেৰ গামোচা মেৰ দি আহিছা
তোকে ভাল তোকে ভাল বুলি।

এইদৰে বিয়াৰ বিধিৰ প্ৰতিটো অধ্যায়তে বেলেগ বেলেগ গীতৰ যোগান ধৰা হয়। তলত আৰু কেইটামান চমু বৰ্ণনা দাঙি ধৰা হ'ল।

কন্যাই দৰাক চাউল দলিওৱাৰ সময়ত গায়—

নুঠিবা নুঠিবা বাপু
আমাৰ কথা লও,
মুখ চাই মাৰিব দলি এ
হৃদয়ে নসব।

লঘোন গাঁঠি দিয়াৰ সময়ত—

চিত বিত দুয়োজনে
বন্ধালেক সখি,
ৰূপে গুণে বহে খেনি
দুয়োকে একে দেখি।

আখৈ তোলাৰ সময়ত—

আখৈ তুলি দিয়া
আখৈ তুলি দিয়া
তইহে সদোৰৰ ভাই,
মুঠি মুঠি কৰি
আখৈ তুলি দিয়া
সম্বন্ধ চিঙিয়া যায়।

আখৈ তোলাৰ আগ বা মাজ নাইবা পাছৰ পৰা খিজা নামৰ আৰম্ভ হয়। এই খিজা নামেই সবাতোকৈ বিয়া নামৰ আনন্দদায়ক নাম। উজনি অসমত খিজা নামক যোৰা নাম বোলে। এই খিজা নামবোৰত আয়তী-সকলৰ প্ৰত্যুৎপন্নমতি আৰু বৰ্ত্তমান বস্তু বাহানিৰ প্ৰতি থকা জ্ঞানৰ পৰিচয়

পোৱা যায়। খিজানামত দুয়োঘৰৰ আয়তীসকলে গীতৰে কথা কটাকটি কৰে। তাৰ কেইটামান উদাহৰণ তলত দিয়া হ'ল।

গীতত ইঘৰে অলপমান টান শব্দ ব্যৱহাৰ কৰিলে সিঘৰে গায়—

শুনাহে কাকাহে শুনাহে দাদাহে
শুনাহে সদোৰৰ ভাই,
সিহঁতৰ মাতকে সহিব নোৱাৰো
আমাৰ গাত কোনো দোষ নাই।

কন্যাঘৰীয়া আয়তীয়ে ৰৰঘৰীয়াক আক্ৰমণ কৰে—

শব্দতে শুনিলু দৰাঘৰ বৰ ধনী
হাতী হালে হালে বায়,
এতিয়া শুনিলু দৰাঘৰ দুখীয়া
নদীতে জুলুকা বায়।

* * *

দৰাজন আহিছে
জেন্‌টেল মেন্
জেপতে নাইকা
ফাউণ্টেন পেন্।

ইয়াৰ উপৰিও বিভিন্ন উৎকট শব্দ ব্যৱহাৰ কৰি উপস্থিত ক্ষেত্ৰত নানা ৰকম গীত ৰচনা কৰে। কেতিয়াবা এনেও দেখা যায় যে খিজাখিজি গুছি দুয়ো পক্ষৰ আয়তীৰ মাজত হতাহতিৰ সৃষ্টি হয়।

ইয়াৰ উপৰিও অসমৰ আন আন ঠাইৰ দৰে বিভিন্ন তিথি, উৎসৱ, পৰ্ব্ব আদিত গাবলৈ ভিন্ ভিন্ গীত আমাৰ এই অঞ্চলতো প্ৰচলিত হৈ আহিছে। এই আটাইবোৰ উৎসৱতে গোৱা সৰহ ভাগ গীত এই অঞ্চলৰ স্বভাৱ কবি-সকলৰ নিজস্ব সৃষ্টি। যিবোৰ আনৰ পৰা ধাৰ কৰা সিয়ো এই অঞ্চলৰ ভাব-ভাষা আৰু সমাজ ব্যৱস্থাৰে প্ৰভাবিত। ইয়াৰে কিছুমানৰ নমুনা তলত দিয়া হ'ল—

*ভেকুলী বিয়াৰ নাম ঃ—*

আজি সখীৰ বিয়া ধানত পানী দিয়া
ধানে পানী নাখায় কিয়া,
চিকাই বটান বটে, নিগনিয়ে সানাহ খুনে,
ভেকুলীয়ে মণ্ডল পাতে।

* * *

*আইনাম ঃ—*

চাৰিকড়া কড়িলৈ
ঘটগাছা আনা গৈ,
বৰ আই আহিছি
আগবাঢ়ি আনাগৈ।

* * *

আগত দিছো ধূপ-চাকি
নৈবাদ দিছো জানি,
তাকে লৈ তুষ্ট হবা
জগত জননী।

*নিচুকনি বা ধাই নাম ঃ—*

শিয়েলি এ নাহিবি ৰাতি
তোৰে কাণ কাটি লগুৰাম চাতি,
আক শিয়ালে ৰান্ধে বাঢ়ে
আক শিয়ালে খায়,
আক শিয়ালে খাবা নাপাই
গোচাৰক যায়।

*দধিমথন গীত ঃ—*

এই অঞ্চলত বহাগৰ মাহত প্ৰায় প্ৰতিখন গাওঁতে সুঁৰৰি বা সৰি হয়। তাত যি দধিমথন নৃত্য হয় তাত গায়—

দধি মথে, মথে দধি
পাছ কৰি থোও,

কোলাৰ ছৱালে কান্দে
ৰঙ্গে তুলি লোও,
যশোদা মথন থোও
ছলি কান্দে কোলাত লোও।

**নাওখেলৰ গীত ঃ—**

গোপাল ঐ তেলি-কদাম
চাবতে ককাল হালে এ,
ৰঙিয়াল ফুলৰ মালা ঐ
আৰু যিবা আশা কৰা মনুষ্য হৈবাৰে,
হে, গোপাল ঐ, ভয় নকৰিবি
এই বেলি ৰাখিব হৰিয়ে।

* * *

কিয়া হেলা কৰা
চাপেৰি নধৰা এ,
হেলাই হেলাই,
গা ঢালি দিয়া
বুঢ়াই ডেকাই।

* * *

শিলৰ নাওঁখনি
শিলে বজাই দিয়া
ঢৌ চাই পাৰিবি খেওৱা,
ভয় নকৰিবি ভয়াতুৰ নহবি
ঈশ্বৰে কৰিব দয়া।

**গোসাঁইনাম ঃ—**

জন্মাষ্টমীৰ দিনাখন গোসাই জন্মাবলৈ গোৱা গীতৰ শেষৰ এফাঁকি—

কুনি আছা ঘৰৰ ভিতৰে
দেখা দিয়া গৰীবৰ ওচৰে
ভোকে মোৰ প্ৰাণ যায়

তিনি দিনে অন্ন নাই
কোৱাগৈ ৰাজাৰ গোচৰে।

*সদাশিৱৰ নাম ঃ—*

এ শিৱ ভোলানাথ এ
তুমিহে জগতৰ স্বামী,
জগতখন পালি আছা
আপোনা আপুনি
এ শিৱ ভোলানাথ এ……।

* * *

*বিহু নাম ঃ—*

উজনি অসমৰ দৰে আমাৰ এইফালে বিহুগীত, বিহুনাচ আদিৰ প্ৰচলন নাই যদিও বহাগ মাহৰ সাত তাৰিখলৈ লৰাহতে হাতত থোৰোকা লৈ, মূৰত কাগজৰ টুপি পিন্ধি মানুহৰ ঘৰে ঘৰে এইদৰে বিহুনাম গায়—

জয় জয় বৈহাগৰ বিহু জয় হুৰ্ ঐ হুৰ্ ঐ
কৰ্‌কটু কৰ্‌কটু কলৰ বগুৱা
ভালকে নাচ ভালকে নাচ
ৰাজাৰ লগুৱা,
আমাৰ বৌৱে কাপুৰ বুৱে
সোণাৰ মাকু দিয়া……।

*মহখেদা নাম ঃ—*

অ ৰে মহো হো
মহ খেদিবা টাঙান লো'……ইত্যাদি—

*তামোলচোৰৰ গীত ঃ—*

অ'হে তামুলচোৰ, ভাল মানুহৰ বেটা
তামুলডালি লৰে চৰে
কুকুৰে ভূকিলে……ইত্যাদি।

* * *

চোৰ নহয় সাধু নহয়
আমি তিনি ভাই,
দুইভাই বৈকুণ্ঠক গেছি
আমি যাৱা নাই।

**জনজাতীয় গীত :—**

বড়ো কছাৰী ভাই-ভনীহঁতে তেওঁলোকৰ নিজা উৎসৱবোৰত মাদলৰ ছেৱে ছেৱে অসমীয়া আৰু নিজ দোৱানত ৰচিত বিভিন্ন গীত গায়।

ডাক দিয়া ভিচু পিৰাতোৰ ভাই
নকৰা চন্দ্ধা নকৰা কাঁণ
সি নাপায় হৰিৰ নাম।
আকাশৰে কুৰুৱা
নীলা ৰঙৰ বাহা
নিজৰ বাহা এৰি কৰা তুমি
আহা আৰু যাৱা।

*    *    *

দাও নৱা দাও নৱা
নৱা অমা..........
লাখিনা দিনো নাঙা,
...    ...    ...
লাখিনাই গিৰিখো লাখি নাংগো
হোনাই গিৰিখো হেনো নাংগো
দাওঁ........
বৰণি ধৰমো মা মন গদো
হাৱাব যুংলাই হাবাব......।
ফ্রিংজা ফ্রিংজা খাম দাম নাই হাবাব
থ্রিংথা থ্রিংথা যথা দাম নাই
ৰিউ ৰিউ ৰিউ চিফুং দাম নাম নাই

ডিমাপুৰ ৰাজ্যও
যুংনি ৰাজা দং মন।

সম্প্ৰতি এই গীতৰ অৰ্থ দিব পৰা নগ'ল।

**বৰ্ত্তমান সময়ৰ গীত ঃ—**

এই গীতবোৰ কোনো আকস্মিক ঘটনা লৈ ৰচিত হয়। কোনো গাভৰুৱে নিজৰ ইচ্ছামতে দৰা বাছি লবলৈ হলে সবাহ আদিৰ জনতাৰ মাজত মালা দি স্বামী বৰণ কৰে। তাকে বৰ্ণনা কৰি গায়—

একপোৱা চাউল কিনি খাবাৰ
পইচা হাতত নাই,
মটৰ গাড়ী ৰিজাব কৰি
চাৰ্কেচ চাবা যায়।
সানপাৰাত দেখি আহিলু
সৰু সৰু জাপি,
আজি কালি দেখা পালু
মালা দিয়া আপি।

যোৱা ১৯৫৫ চনৰ জানুৱাৰী মাহৰ ২১ তাৰিখে বৰঝাৰ বিমান কোঠৰ ওচৰত যি বিমান দুৰ্ঘটনা হয় তাকেই লৈ ৰচিত হৈছে তলৰ গীত ফাঁকি আৰু এই গীতত ডক্টৰ ভূপেন হাজৰিকাই নিজে গুৰুত্ব দিছে—

উপাৰেদি উৰে যায় উৰা জাহাজ
তলত আছে গিৰি,
বাঁহৰ গাছত খুন্দা লাগি
একপ্লেন গেল ভাঙি,
আকজন মৰিল আইনাই কাটি
দুইজন মৰিল পুৰি,
তাৰাপতিৰ পথাৰতে
হৈ গল তেজৰ নদী।

বাহাদুৰি এৰা দাইভাৰ
বাহাদুৰি এৰা,
বাহাদুৰিতে পুৰি মৰা
কেনে পালি মজা।

অলপতে পলাশবাৰীত (১৯৬০ চনৰ প্ৰথম ভাগত) 'বাৰ্ম্মা অইল কোম্পানী'ৰ কৰ্ম্মচাৰী কেইজনমানে মদ খাই ভুল বাটেৰে মটৰ চলাই আহোঁতে জীপ গাড়ী সহ ব্ৰহ্মপুত্ৰত পৰি প্ৰাণ হেৰুৱায়। তাকে লৈ নিৰক্ষৰ মহিলা এগৰাকীয়ে গীত ৰচনা কৰিছে—

ভুঁই কুপৰ জাকাৰা
সোণাপুৰ বাকাৰা,
পলাহবাৰী টাউন আনি
মিৰ্জ্জাত পাতিলা,
কোম্পানীৰ নউজন মানুহে
বাহাদুৰি কৰে,
ৰামপাৰাৰা পাগালাপানী
গলক লেগি মাৰে।
কোম্পানীৰ দাইভাৰে
বাহাদুৰি কৰে,
মদ খাই মটৰ চলাই
নদীতপৰি মৰে,
ব্ৰহ্মপুত্ৰ নদীত পৰি
তলোমলো কৰে,
পানীৰ তলত জ্বলি আছে
লাইটৰ পোহাৰে।
নাউৰীয়া মানুহে দেখি
আটাহ পাৰিলা,
তাৰপৰা পলাহবাৰী
টাউনত শুনিলা।

পলাহবাৰীত ফোন কৰে
গুহাটী পায়,
মটৰ তোলা মিচিন আহি
পলাহবাৰী পায়।
এটা আহিল মিচিন বাপা
ফেলাই দিলা বচি,
সেই মিচিনে তুলি আনিলা
নদীত পৰা গাড়ী।
ইয়ো বোলে আই আই,
সিয়ো বোলে ভাই,
তিনটা মানুহ মৰি আছে
আৰ দেখো নাই।
সেই মিচিনে টানি আনি
থানাত ৰাখিলা,
ডাৰাগা জামাদাৰে
বেৰি বেৰি চালা।
কাবাই আহি ভাবি গুণি
উপায় নাপায়,
ডাঙৰ এটা কেমেৰা আনি
ফটো তুলি লয়।

এই গীতটি মিৰ্জ্জাৰ ওচৰৰ বৰকুচি গাওঁৰ ত্ৰকুৰি বছৰীয়া পদতী শ্ৰীযুতা সাবিত্ৰীবালা দাসৰ পৰা সংগ্ৰহ কৰা হৈছে।

মানুহৰ মনবোৰ চহৰমুখী হৈ অহাৰ লগে লগে এই থলুৱা জনগীত, জন সাহিত্য আদিৰ প্ৰতি আমাৰ আস্থা কমি আহিছে। কিন্তু আমাৰ বিশ্বাস সাহিত্যৰ পাত শুৱনি কৰিবলৈ হ'লে, নিজস্ব কৃষ্টি সংস্কৃতিৰ বিকাশ কৰিবলৈ হলে, ভৱিষ্যতৰ বংশাৱলীক আমাৰ পৰিচয় দিবলৈ হলে আমাৰ জনগীতি, লোক সাহিত্যৰ চৰ্চ্চা আৰু সেইবোৰৰ পুণৰুদ্ধাৰ কৰিব লাগিব।

---

# স্থানীয় ব্যক্তি পৰিচিতি

শ্ৰীবাণেশ্বৰ গোস্বামী

সৎব্যক্তিক সোঁৱৰণ কৰা আৰু তেওঁলোকৰ আদৰ্শৰ অনুপ্ৰেৰণাৰে উদ্বুদ্ধ হৈ কাৰ্য্যক্ষেত্ৰত আগবাঢ়ি যাবলৈ চেষ্টা কৰা আমাৰ সকলোৰে জীৱনৰ অন্যতম কৰ্ত্তব্য। সেয়েহে এই ভাষা, সাহিত্য আৰু সংস্কৃতিৰ জাতীয় মহোৎসৱত আমাৰ স্থানীয় স্বৰ্গগামী ব্যক্তি সকলক সুঁৱৰিব খুজিছো আৰু তেওঁলোকৰ চমু জীৱনী প্ৰকাশ কৰি তেওঁলোকলৈ আমাৰ ভক্তি-অঞ্জলি অৰ্পণ কৰিবলৈ মানস কৰিছো।

এই জীৱনীবোৰ প্ৰকাশ কৰোতে ঘাইকৈ তেওঁলোকৰ এই কেইটা কথালৈ লক্ষ্য ৰখা হৈছে—সাহিত্যিক অৱদান, সমাজসেৱা, শিক্ষা, চৰকাৰৰ উচ্চ পদবী আৰু চৰিত্ৰৰ বিশেষ মৌলিকতা। ইয়াৰ উপৰিও প্ৰকাশিত জীৱনীবোৰৰ সময়ৰ ঐক্যলৈও মন কৰা হৈছে। সময়ৰ ঐক্যই এই সন্দৰ্ভত জীৱিত লোকসকলৰ আৰু সদ্যমৃত জনদিয়েক ব্যক্তিৰ জীৱনী ইয়াত প্ৰকাশ কৰাৰ পৰা বৰ্ত্তমানলৈ আমাক বিৰত ৰাখিছে। সময়ৰ নাটনি আৰু আমাৰ অজ্ঞতাৰ বাবেও বহুতোলোকৰ জীৱনী এই সংগ্ৰহটোৰ পৰা বাদ পৰি গ'ল। তাৰ বাবে আমি দুঃখিত। যিসকল সদাশয় লোকে অশেষ কষ্ট স্বীকাৰ কৰি নিজ নিজ আত্মীয়ৰ জীৱনীৰ যোগান ধৰিছে তেখেত-সকললৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

***পৰমহংস পৰহদু মহাৰাজ ঃ***—ৰামপুৰ মৌজাৰ ৰামপুৰ গাওঁত, দক্ষিণ ট্ৰাঙ্ক ৰোডৰ দক্ষিণ ফালে, গুৰি ভাগ ইটাৰে পকা কৰা প্ৰকাণ্ড

বটগছ এজোপাৰ সৈতে মহাৰাজ পৰহত্নৰ আশ্ৰম খন। এই মহাপুৰুষৰ জন্ম হয় ইং ১৮৫০ চনত দক্ষিণ সৰুবংশৰ মৌজাৰ কালাদিয়া গাওঁত আৰু তিৰোধান হয় ইং ১৯৩০ চনত ৰামপুৰৰ আশ্ৰমতে। মহাৰাজ পৰহত্নৰ মৃত্যু হবৰ আজি সুদীৰ্ঘ ৩০ বছৰ পাৰ হৈ গ'ল; কিন্তু আজিও তেওঁৰ নাম মানুহৰ মুখে মুখে। কব নোৱাৰো তেওঁ কি সাধনা কৰিছিল; কিন্তু কিবা যে ঐশ্বৰিক শক্তি সেই শক্তিমন্ত পুৰুষে লাভ কৰিছিল তাত সন্দেহৰ অৱকাশ নাই। জীয়েক বিলেতিৰ মূৰৰ ঘা আমোলৰ পিকেৰে ভাল কৰা, ৰবজনী ঘৈণীয়েক পানীমালাৰ দৃষ্টিশক্তি বিহীন চকুত দৃষ্টিশক্তি দান কৰা, সকলো ধৰণৰ খাদ্য এনেকি গোমাংস পৰ্য্যন্ত ভোজন কৰা, সৰুজনী ঘৈণীয়েক সোণপাহীৰ মৃতদেহ কাঠসংস্কাৰ কৰিবলৈ নিদি তেল ঘঁহি ঘঁহি আশ্ৰমতে বহুত দিনলৈ ৰাখি অৱশেষত চকুৰ আগতে পচাই খেদোৱা, খিদিৰ পুখুৰীৰ নিঃসন্তান দম্পতীৰ তেওঁৰ অনুগ্ৰহত সন্তান লাভ হোৱা ইত্যাদি অলৌকিক ঘটনাই মানুহৰ মনত ইমান দকৈ সাঁচ বহুৱাই আছে, যে তেওঁৰ নাম শুনিলে আজিও মানুহে ঈশ্বৰ প্ৰেৰিত মহাপুৰুষ বুলি ত্ৰস্তমান হয় আৰু ভক্তিত মূৰ অৱনত কৰে। সৰুজনী ঘৈণীয়েক সোণপাহী পচামূৰা নদীয়ালৰ তিৰোতা হোৱা স্বত্বেও সভক্তিৰে ওচৰ চপাত তেওঁ সোণপাহীক ভাৰ্য্যাৰূপে গ্ৰহণ কৰি মহান উদাৰতা দেখুৱাইছিল আৰু আজিৰ পৰা প্ৰায় ১০০ বছৰ পূৰ্ব্বেই ঈশ্বৰ-পুৰুষ, মহাত্মা পৰহত্নৱে অস্পৃশ্যতা বৰ্জ্জনৰ প্ৰকৃষ্ট উদাহৰণ মানৱ সমাজত দাঙি ধৰিছিল। সৰু ডাঙৰ সকলোকে তেখেতে "আপা" বুলি সম্বোধন কৰিছিল। তেখেতৰ আধিভৌতিক গুণৰ বাবে সেই সময়ৰ ক্ষমতাশালী, গুণী-জ্ঞানী গোসাই সম্প্ৰদায়ৰ লোকেও তেখেতৰ মাহাত্ম্য উপলব্ধি কৰিছিল।

মহাৰাজ পৰহত্নৰ উচ্চ ধৰণৰ শিক্ষা নাছিল; কেৱল আখৰ কেইটা চিনি পাইছিল বুলিলেই হয়। জীৱনৰ আদি ভাগত তেওঁ ভেৰভেৰীত ৺বাপুদেৱ গোস্বামীৰ থানৰ পাঠক আছিল আৰু সেই সময়তে নানা শাস্ত্ৰ পঢ়ি শাস্ত্ৰজ্ঞান লাভ কৰিছিল। কিম্বদন্তি আছে, যে পৰহত্নৰ জন্মৰ আগতে মাকে ২।৩ দিন প্ৰসৱ বেদনাত ভুগি আছিল; এনেতে এজন ভিক্ষুক বাবাজী আহি প্ৰসাদ আগবঢ়াই, ভাগ্‌চাই এটি কমণ্ডলু দান দি

যায় আৰু এটি সুলক্ষণ, ধৰ্মপৰায়ণ, গুণী-জ্ঞানী পুত্ৰ সন্তান লাভ কৰাৰ কথা কয়। সেই প্ৰসাদ খাই জন্ম পোৱাৰ কাৰণেই হেনো তেওঁৰ নাম পৰহদু (প্ৰসাদ—পৰহাদ্—পৰহদু) হয়। কমণ্ডলুটি বহুত দিন ধৰি ধুৱাই, চাকি-বন্তি জ্বলাই ভঁৰালত ৰখা হৈছিল। পিছে এবাৰ ৺বাপুদেৱ গোস্বামীৰ লগত পৰহদু উত্তৰপাৰৰ ভকত সেৱালৈ যাওঁতে মাকে আমনি পাই কমণ্ডলুটি এজন বাবাজীক দান দিয়ে। পৰহদু ঘূৰি আহি কমণ্ডলু বিচাৰি নাপাই সেই সূত্ৰতে পগলা হয়। সেই সময়ত তেওঁৰ বয়স ৪৯ বছৰ, বিবাহিত আৰু দুজনী জীয়েক লক্ষ্মী-সৰস্বতীৰ পিতাক। পগলা হৈ তেওঁ প্ৰায় ৯ বছৰ ঘূৰি ফুৰে। প্ৰথমতে তেওঁ দখলাত আশ্ৰম পাতি ৫ বছৰ থাকে আৰু তাৰ পিছত ৰাজাপুখুৰীত ৪ বছৰ থাকে। অৱশেষত তেওঁ ৰামপুৰত আশ্ৰম পাতি, জীৱনৰ শেষ ১৪ বছৰ কাল কটায়। ৰামপুৰতেই তেখেতৰ শেষ আৰু উল্লেখযোগ্য আশ্ৰম, য'ত মহাপুৰুষে আমৰণ থাকি দেহত্যাগ কৰে।

***মোক্তাৰ হৰকান্ত দেৱ গোস্বামী*** ঃ—মোক্তাৰ হৰকান্ত দেৱ গোস্বামী আজিও মানুহৰ মাজত "উকীল গোঁসাই" নামেই জনাজাত। তেখেতৰ জন্ম হয় ইং ১৮৬৩ চনত ছয়ানী মৌজাৰ খটীয়ামাৰী সত্ৰত শ্ৰীশ্ৰীদামোদৰ দেৱৰ বংশৰ ৺ধৰ্ম্মপাল দেৱ গোস্বামীৰ ঔৰষত আৰু মৃত্যু হয় ইং ১৯৩৯ চনত পঞ্চতীৰ্থ গুৱাহাটী নগৰৰ নিজ ঘৰত। বাল্যকালৰে পৰা দৰিদ্ৰতাই জুৰুলা কৰা গোস্বামীদেৱে কেনেকৈ শিক্ষা লাভ কৰি জীৱনত লব্ধপ্ৰতিষ্ঠ হ'ল, সেই কথা ভাবিলে আচৰিত হব লাগে। উচ্চ শিক্ষাৰ বাবে গাওঁ এৰি তেওঁ গুৱাহাটী নগৰলৈ যায় আৰু এনেকি আনৰ ঘৰত ভাত ৰান্ধিও তেওঁ উচ্চ শিক্ষালাভত ব্ৰতী হয়। দৰিদ্ৰতাই তেখেতক এণ্ট্ৰেন্স্ পৰীক্ষা পাছ কৰিব নিদিলে। অৱশেষত মোক্তাৰী পাছ কৰি তেওঁ গুৱা-হাটীৰ ফৌজদাৰী আৰু দেওৱানী আদালতত অতি সুখ্যাতিৰে ৪২ বছৰ কাল মোক্তাৰী কৰে। আদালতৰ কোনো কোনো মোকৰ্দ্দমাত তেওঁ বিচক্ষণ উকীলৰ প্ৰতিদ্বন্দী হিচাপেও নিযুক্তি পাইছিল। সেই সময়ত দক্ষিণ কামৰূপৰ গাৰঁলীয়া অঞ্চলত অসমীয়া ভাষাত নাটকাদি অভিনীত নহৈছিল। গোস্বামীদেৱেই বঙালী নাটক অসমীয়ালৈ অনুবাদ কৰি খটীয়ামাৰী প্ৰমুখ্যে

গাৱঁলীয়া অঞ্চলত পোনপ্ৰথমে অভিনীত কৰাই ইয়াৰ জনপ্ৰিয়তা বঢ়াইছিল। সত্ৰৰ শ্ৰীশ্ৰীদামোদৰ দেৱৰ গোঁসাইঘৰৰ বাবে ১০০০৲ টকা দান দি তেওঁ এহাতে বদান্যতাৰ পৰিচয় দিছিল আৰু আনহাতে ধৰ্ম্মৰ প্ৰতি পৰাকাষ্ঠা দেখুৱাইছিল। তেওঁ এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ তীৰ্থলৈ যায় আৰু ভাৰতবৰ্ষৰ সমস্ত তীৰ্থ ভ্ৰমণ কৰি "তীৰ্থ কাহিনী" নামে এখন পুথি লিখে। তীৰ্থ পৰ্য্যটক সকলৰ বাবে এইখন কিতাপৰ আৱশ্যকতা কম নহয়।

***সমাজ সেৱক লক্ষীৰাম চৌধুৰী*** **ঃ**—দক্ষিণ কামৰূপ অঞ্চলৰ সমাজ সেৱক সকলৰ অন্যতম ৰামপুৰ গাওঁৰ লক্ষীৰাম চৌধুৰীদেৱ। তেখেতৰ জন্ম হয় ইং ১৮৬৫ চনত ৰামপুৰৰ ক্ষমতাশালী চৌধুৰী পৰিয়ালত আৰু মৃত্যু হয় ইং ১৯৩৮ চনত। তেখেতৰ পিতৃদেৱতাৰ আৰ্থিক অৱস্থা টনকিয়াল আছিল বাবেই চৌধুৰীদেৱে সৰুৰে পৰা গুৱাহাটী নগৰতে শিক্ষা লাভ কৰিছিল আৰু অৱশেষত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছিল। তেখেতে কোনো চৰকাৰী চাকৰি কৰা নাছিল। পৈতৃক মাটিবাৰীৰ তত্ত্বাৱধান লোৱাৰ উপৰিও তেখেতে বাৰুদ, আফিং আৰু হাতীৰ কাৰবাৰ কৰিছিল। লাহে লাহে তেখেতৰ মন সমাজ সেৱাৰ ফালে ঢাল খালে আৰু মৃত্যু পৰ্য্যন্ত সমাজৰ কাম কৰিয়েই গ'ল। ৰামপুৰ গাওঁৰ প্ৰাইমাৰী বালিকা স্কুল, মজলীয়া স্কুল, ডাকঘৰ, গোঁসাইঘৰ আদিৰ নিৰ্ম্মাণ কাৰ্য্যত আৰু যজ্ঞানুষ্ঠানত তেখেতৰ অৱদান আটাইতকৈ বেছি। চৌধুৰীদেৱৰ ব্যক্তিত্ব অসাধাৰণ আছিল বাবেই ওপৰ মহলত তেওঁৰ ৰবহাত আছিল। সেয়েহে তেওঁ ৰামপুৰ মজলীয়া স্কুলৰ সন্মুখৰ বিৰাট ভূমিখণ্ড বৰ কৌশলেৰে আৰু দক্ষতাৰে চৰকাৰী কৰিবলৈ সমৰ্থ হৈছিল। এই বিৰাট পথাৰখন স্কুলৰ মাটি হিচাপে লাভ কৰি মহানুভৱ চৌধুৰীদেৱে দূৰদৃষ্টিৰেই পৰিচয় দিছিল; কিয়নো আজি সেই ঠাইত উচ্চ বিদ্যালয় প্ৰতিষ্ঠিত হৈছে।

***হাকিম ভাৰত চন্দ্ৰ দাস*** **ঃ**--দক্ষিণ কামৰূপৰ অতি পিছ পৰা নহিৰা গাওঁত, ১৮৭৭ খৃষ্টাব্দতে এঘৰ দৰিদ্ৰ কুমাৰ পৰিয়ালত জন্ম সাধাৰণ ল'ৰা ভাৰত চন্দ্ৰ দাসে সময়ত হৈ যে অসম চৰকাৰৰ জিলাধিপতি হব আৰু একাধিক পুথি ৰচনা কৰি মানুহৰ মাজত সাহিত্যিক হিচাবে পৰিগণিত হব,

সেই কথা কোনেও কেতিয়াও ভাবিব পৰা নাছিল। ১৯৩০ খৃষ্টাব্দত গুৱাহাটীৰ নিজঘৰতে তেখেতৰ মৃত্যু হ'ল সঁচা ; কিন্তু কৰ্মবহুল জীৱনৰ মাজেদি তেখেতে যি আদৰ্শ ৰাখি গ'ল, সি কাহানিও মৰহি নাযায়। গুৱাহাটীৰ কলেজিয়েট হাই-স্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ দাসদেৱে কলিকতাৰ প্ৰেসিডেন্সি কলেজত পঢ়ে আৰু অঙ্কশাস্ত্ৰত প্ৰথম শ্ৰেণীৰ অনাৰ্চ লৈ সুখ্যাতিৰে বি-এ পাছ কৰে। তেখেতে এম-এ পঢ়িছিল যদিও অসম চৰকাৰে হাকিমৰ পদ আগবঢ়োৱাত ছাত্ৰ জীৱনৰ ওৰ পেলাই চাকৰি জীৱন আৰম্ভ কৰে। চৰকাৰৰ উচ্চ পদস্থ কৰ্ম্মচাৰী হিচাবে তেখেতে দোপতদোপে উন্নতি কৰি যায়। খৃষ্টীয় কুৰি শতিকাৰ তৃতীয় দশকত অসমীয়ালোকে জিলাধিপতি হোৱা একপ্ৰকাৰ অসম্ভৱেই আছিল। খেতিয়কৰ ল'ৰা বুলিয়েই হয়তো দাসদেৱৰ খেতিৰ প্ৰতি বৰ ৰাপ আছিল। তেখেতে "খেতি" নামে এখন কৃষিবিষয়ক কিতাপ লিখিছিল আৰু ছয়গাওঁ, বেলতলা আদি ঠাইত পাম কৰাৰ উপৰিও গুৱাহাটীৰ নিজৰ বাৰীখন সদায়ে শস্যশ্যামলা কৰি ৰাখিছিল। তেখেতে বিভিন্ন বিষয়ৰ কেবাখনো কিতাপ লিখিছিল। তাৰে ভিতৰত "অভিমন্যু বধ নাটক", "স্যমন্ত হৰণ নাটক", "অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী", "কামৰূপী গীত", "অসমীয়া সাধুকথা" ইত্যাদিয়ে উল্লেখযোগ্য। মহানুভৱ দাসদেৱ ৰাজকৰ্ম্মচাৰী হিচাবে এজন আদৰ্শ ৰাজকৰ্ম্মচাৰী, খেতিয়ক হিচাপে এজন আদৰ্শ খেতিয়ক আৰু সাহিত্যিক হিচাপে এজন প্ৰথম শ্ৰেণীৰ সাহিত্যিক আছিল।

***বৈদ্যৰাজ হৰিচৰণ পণ্ডিত ঃ***—জন্ম—ইং ১৮৮৬ চন ; মৃত্যু—ইং ১৯৫৬ চন। ওজা হৰিচৰণ পণ্ডিতৰ ঘৰ ছয়ানী মৌজাৰ অন্তৰ্গত সৰপাৰা গাওঁত। তেখেতৰ পিতৃদেৱতা সুবিখ্যাত চিকিৎসক ৺শিয়াল ওজা। হৰি-চৰণে ছাত্ৰবৃত্তি পৰীক্ষা পাছ কৰি যোৰহাটৰ গুৰুট্ৰেইনিং পাছ কৰে আৰু দক্ষিণ কামৰূপ অঞ্চলৰ বিভিন্ন ঠাইত পাঠশালা স্কুলৰ শিক্ষকতা কাম কৰে। গুই-মাৰী গাৱঁৰ শিক্ষকতা কৰোঁতে তেওঁ গুইমাৰী গাৱঁৰ ৰাস্তাঘাট, পুখুৰী নিৰ্ম্মাণ আদি বহুতো সমাজহিতকৰ কাম কৰিছিল আৰু সেইবাবে গুইমাৰী ৰাইজে আজিও তেওঁৰ নাম লয়। শিক্ষকতাৰ লগে লগে তেওঁ চিকিৎসাৰ কামো কৰিছিল আৰু ক্ৰমে ক্ৰমে চিকিৎসা বিষয়ত তেওঁ উন্নতি কৰি আহিব ধৰিলে। অৱশেষত তেওঁ শিক্ষকতা কাম বাদ দি চিকিৎসাৰ কামতে একাণপতীয়া ভাবে

আত্মনিয়োগ কৰিলে আৰু আমৰণ সেই কাম কৰিয়েই থাকিল। তেওঁ এজন লব্ধপ্ৰতিষ্ঠ ব্যাধি-চিকিৎসক। তেওঁ চিকিৎসাৰ কামত গুৱাহাটী, ছিলং, যোৰহাট, শিৱসাগৰ, উত্তৰ গুৱাহাটী, নলবাৰী, হাজো, গোৱালপাৰা, অভয়াপুৰী আদি প্ৰধান প্ৰধান ঠাইবোৰত ঘূৰি ফুৰিছিল। ইয়াৰ প্ৰমাণ স্বৰূপে ডাঙৰ ডাঙৰ মানুহৰ প্ৰশংসাপত্ৰ আজিও তেওঁৰ ঘৰত পোৱা যায়।

***ৰাজনীতিবিদ্ ৰোহিণী কুমাৰ চৌধুৰী ঃ***—অসমৰ সিংহপুৰুষ চৌধুৰী দেৱৰ উপৰি পুৰুষসকল দক্ষিণ কামৰূপৰ জিয়াঁকুৰ গাৱঁৰ মানুহ। তেখেতৰ পিতৃদেৱতা ৺কালিৰাম চৌধুৰী হাকিম আছিল আৰু সেই কামত বৰপেটাত থাকোতে তাতেই ১৮৮৭ খৃষ্টাব্দত চৌধুৰীদেৱৰ জন্ম হয়। তেখেত এজন লব্ধপ্ৰতিষ্ঠ উকীল আছিল আৰু শেষত চুপ্ৰিম্ কোৰ্টৰ এড্‌ভোকেট্ পৰ্য্যন্ত হৈছিল গৈ। তেখেতৰ সাহস অবৰ্ণনীয়। এই দুৰ্জয় সাহসৰ বাবে চৌধুৰীদেৱে ৰাজনীতি, সমাজনীতি, ওকালতি প্ৰভৃতি সকলো বিষয়তে সদায় সাফল্যমণ্ডিত হৈছিল। ভাৰতবৰ্ষৰ স্বাধীনতাৰ আন্দোলনতেই চৌধুৰীদেৱৰ ব্যক্তিত্বৰ পৰিণতি হয় বুলি কব পাৰি; কিয়নো তেখেতে ১৯২১ চনতে মাহাত্মা গান্ধীৰ নেতৃত্বত হোৱা অসহযোগ আন্দোলনত যোগ দি আৰু সুদীৰ্ঘ এবছৰ কাল কাৰাদণ্ড ভোগ কৰি ভাৰতৰ স্বাধীনতা লাভত অশেষ বৰঙণি যোগাইছিল আৰু স্বাধীনতাৰ উত্তৰকালতো দেশৰ সৰ্ব্বাঙ্গীন উন্নতিৰ হকে চৰকাৰী-বেচৰকাৰী বিভিন্ন অনুষ্ঠানত নিজকে জড়িত কৰি ৰাখিছিল। তেখেত ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক, ১৯২৭ চনত 'লেজিছ্ লেটিভ্ কাউন্সিল'ৰ সদস্য, ১৯৩৭ চনত ৰাজহ, শিক্ষা আদি বিভাগৰ মন্ত্ৰী, ১৯৪৫-৪৬ চনত 'চেণ্ট্ৰেল এছেম্‌ব্লি'ৰ সদস্য, ১৯৪৭ চনত 'কন্‌ষ্টিটিৱেণ্ট্ এছেম্‌ব্লি'ৰ সদস্য আৰু ১৯৫২ চনত লোকসভাৰ সদস্য হৈছিল। লোকসভাৰ সদস্য হৈ থাকোতে ইং ১৯৫৫ চনত চৌধুৰীদেৱৰ অকাল বিয়োগ ঘটে।

***সৰবৰহী পূৰ্ণচন্দ্ৰ পাল ঃ***—এখেতৰ জন্ম হয় ইং ১৮৮৭ চনত পলাশবাৰী নগৰত আৰু মৃত্যু হয় ইং ১৯৪২ চনত। এখেত মানুহৰ মাজত "পি,চি, পাল" বুলিয়েই জনাজাত। নিম্ন প্ৰাইমাৰী স্কুলৰ শিক্ষাকে সম্বল কৰি লৈ এইজনা সুপুৰুষে জীৱনত দোপত দোপে আগুৱাই গৈ অৱশেষত পলাশবাৰীৰ 'টাউন কমিটি'ৰ চেয়াৰম্যান্ পদত অধিষ্ঠিত হয় আৰু পলাশবাৰী

নগৰৰ উত্তৰোত্তৰ উন্নতিৰ হকে আপ্ৰাণ চেষ্টা কৰে। অতি কাৰ্য্যদক্ষ চেয়াৰ-ম্যান হিচাবে তেওঁ চৰকাৰৰ পৰা এটা বিশেষ পুৰস্কাৰো পাইছিল। এই সকলো কাৰ্য্যৰে মূলত আছিল পালদেৱৰ নিৰ্ভীক, উদাৰ আৰু স্বাধীনচিতীয়া ব্যক্তিত্ব। তেওঁ চেয়াৰম্যান্ হৈ থকা কালছোৱাতে আন আন কামৰ লগতে নিজৰ তুতলা ঘৰৰ সন্মুখৰ পুখুৰী সমান কৰি মাছ বজাৰ স্থাপন কৰিছিল আৰু ৰাস্তাত ৰাতি পেট্ৰোমাক্স্ লাইট দিয়াৰ ব্যৱস্থা কৰিছিল। ৰোহিণী কুমাৰ চৌধুৰী, গোপীনাথ বৰদলৈ, তৰুণ ৰাম ফুকন, ছাৰ মহম্মদ চাহুল্লা প্ৰমুখ্যে অসমৰ মুখিয়াললোকসকলৰ সৈতে তেওঁৰ ভাল চিনাকি আৰু বন্ধুত্ব আছিল; ৰোহিণী কুমাৰ চৌধুৰীয়ে তেওঁৰ বিষয়ে এই বুলি •মন্তব্য কৰিছিল—"এবাৰ মোৰ ৬০০৲ টকাৰ খুব দৰ্কাৰ হোৱাত পূৰ্ণপাললৈ এখন চিঠি লিখোঁ। চিঠি পায়েই তেওঁ এজন মানুহৰ পৰা ৬০০৲ টকা ধাৰ কৰি মোলৈ পঠিয়াই দিয়ে। মই তেতিয়া বন্ধক হিচাবে মোৰ নিজৰ ফাৰ্ষ্ট্ ক্লাচ গাড়ীখন তেওঁৰ ঘৰলৈ পঠিয়াই দিওঁ। তেওঁ গাড়ীখন নাৰাখি ওভোটাই পঠিয়াই দিয়ে। এনেকুৱা সহায় কৰা বন্ধু মোৰ জীৱনত দ্বিতীয় লগ পোৱা নাই।"

**সত্ৰাধিকাৰ ভুবনেশ্বৰ গোস্বামী ঃ**—কামৰূপ জিলাৰ শ্ৰীহাটী সত্ৰ আৰু ৰাজাপুখুৰী সত্ৰৰ প্ৰতিষ্ঠাতা ৺ৰূপনাৰায়ণ গোস্বামীৰ বংশধৰ, দেখিবলৈ থুনুন্তৰ, সুপুৰুষ ভুবনেশ্বৰ গোস্বামী দেৱৰ জন্ম হয় ৰামপুৰ মৌজাৰ অন্তৰ্গত ৰাজাপুখুৰী সত্ৰত ১৮৯২ খৃষ্টাব্দত আৰু তিৰোভাৱ হয় ১৯৫৩ খৃষ্টাব্দত। বাল্যকালতে তেখেতৰ পিতৃ বিয়োগ হয় আৰু মাকৰ যত্নতে তেখেত লালিত পালিত হবলৈ ধৰে। তেওঁ কোনো স্কুল-কলেজত পঢ়া নাছিল; ঘৰতে সংস্কৃত অধ্যাপকৰ তলত শিক্ষালাভ কৰিছিল। সৰুৰে পৰা গোস্বামীদেৱ চোকা বুদ্ধিৰ ল'ৰা আছিল আৰু কিতাপ পঢ়াত বিশেষ ধাউতি দেখুৱাইছিল। মৃত্যুৰ সময়লৈকে তেওঁ কিতাপ পঢ়িয়েই কটালে। সেয়েহে তেওঁৰ ঘৰত আজিও সংস্কৃত আৰু বঙালী কিতাপৰ এটা ডাঙৰ পুথিভঁৰাল দেখিবলৈ পোৱা যায়। তেওঁ এহাতে সংস্কৃতজ্ঞ আৰু জ্যোতিৰ্বিদ্ আছিল আৰু আনহাতে ইংৰাজ ৰাজকৰ্মচাৰীয়ে তেওঁৰ লগত কথা পাতিলে ইংৰাজী নজনা মানুহ বুলি কবলৈ সাহস নকৰিছিল। তেওঁ এফালে যেনেকৈ সত্ৰাধিকাৰী, আনফালে তেনেকৈ সংৰক্ষণশীলতাৰ বিৰোধী উদাৰ সমাজবাদী। গোস্বামীদেৱৰ চকুত

এটি দীপ্তি আছিল আৰু সেয়েহে তেখেতক সকলো মানুহে ভয় কৰিছিল আৰু সমাজৰ অতি কেলেঙ্কাৰী মেল আৰু সমস্যাবোৰৰো আশুমীমাংসা তেখেতে সহজে কৰিব পাৰিছিল। ৰামপুৰ মৌজাৰ উচ্চ বিদ্যালয়, সংস্কৃত টোল, ডাক্তৰখানা আদি স্থাপন কাৰ্য্যত তেখেত ঘনিষ্ঠভাবে সংশ্লিষ্ট আছিল। অসম চৰকাৰেও তেখেতক সংস্কৃত টোল শিক্ষাৰ পুনৰ্গঠন কমিটিৰ সদস্য, অসম সঙ্গীত নাটক একাডেমীৰ সদস্য আদি বিভিন্ন অনুষ্ঠানৰ সদস্য নিযুক্ত কৰি যথোপযুক্ত সন্মান দৰ্শাইছিল।

***ঠিকাদাৰ পীতাম্বৰ দাস ঃ***—বৃচেচ্ পিন্ধি, মূৰত পাটৰ পাগুৰী মাৰি, ৰাজপুত বীৰৰ দৰে তাজি ঘোঁৰাৰ ওপৰত উঠি কৰ্ম্মস্থানলৈ যোৱা মানুহ গৰাকীয়ে পীতাম্বৰ দাস। তেওঁ ৰামপুৰ মৌজাৰ ৰামপুৰ গাৱঁৰ ৺চানাৰাম মণ্ডলৰ প্ৰথম পুত্ৰ। জন্ম ইং ১৮৯৪ চন; মৃত্যু ইং ১৯৪৮ চন। স্থানীয় মজলীয়া স্কুল পাছ কৰি, পিতাকৰ মৃত্যুৰ পিছতে দাস ডাঙৰীয়াই মণ্ডলৰ কামত ভৰ্ত্তি হয়। কিন্তু তেখেতৰ সেই অন্তৰ্নিহিত প্ৰেৰণাই তেখেতক সেই কামত বেছি দিন থাকিব নিদিলে। তেওঁ মণ্ডলৰ কাম ইস্তফা দি চৰকাৰী ঠিকাকাম, আবকাৰী মহল আৰু নিজ খেতি পথাৰৰ কামত লাগি গ'ল। চাওঁতে চাওঁতে লখিমীৰ সুদৃষ্টি তেওঁৰ ওপৰত পৰিল। কোনে জানিছিল যে একালৰ মণ্ডল পীতাম্বৰ দাস সময়ত গৈ লক্ষপতি হব আৰু লেখত লবলগীয়া ধনী হিচাপে পৰিগণিত হব। দাস ডাঙৰীয়া পৰমহংস পৰহদু মহাৰাজৰ বিশিষ্ট শিষ্য আছিল আৰু মহাৰাজৰ মৃত্যুৰ পিছত সাদিনীয়া সভাৰে বাৎসৰিক উৎসৱ পালন কৰিছিল। ৰামপুৰৰ নামঘৰ, স্কুল ঘৰ আদি নিৰ্ম্মাণ কাৰ্য্যত তেখেতৰ আৰ্থিক সাহায্য উলাই কৰিব নোৱাৰি। ৰঙালি বিহুৰ সুঁৱৰি প্ৰভৃতি উৎসৱত মালযুঁজ, হাতীযুঁজ, ঘোঁৰাদৌৰ আদিৰ প্ৰতিযোগীতা পাতি তেখেতে ৰাইজৰ মাজত শাৰীৰিক উৎকৰ্ষ সাধনৰ চেষ্টা কৰিছিল।

***গণিতজ্ঞ শান্তিৰাম দাস ঃ***—নীৰস গণিত শাস্ত্ৰয়ো যাৰ অন্তৰৰ সাহিত্যৰ উৎসটো নাইকীয়া কৰিব পৰা নাছিল, সেই জনেই হ'ল ৰাইজৰ চিৰ নমস্য গণিতজ্ঞ শান্তিৰাম দাস। পলাশবাৰীৰ ওচৰৰ পাল্লী গাৱঁত এঘৰ দৰিদ্ৰ পৰিয়ালত তেখেতৰ জন্ম হৈছিল ১৮৯৫ খৃষ্টাব্দত। অত্যন্ত মেধাৰী

আৰু পৰিশ্ৰমী শান্তিৰাম দাসে ছাত্ৰাৱস্থাতে ভায়েক আৰু পিতাকক হেৰুৱায়ো অলপো বিচলিত হোৱা নাছিল। গোটেই ছাত্ৰজীৱনটোত জলপানি লৈ পঢ়া ছাত্ৰ গাৱঁলীয়া অঞ্চলত প্ৰায়ে পোৱা নাযায়। দাসদেৱে এম্, ই পৰীক্ষা জলপানি লৈ পাছ কৰে আৰু তাৰ পিছত গুৱাহাটীৰ কলেজিয়েট স্কুলত পঢ়ে। প্ৰবেশিকা পৰীক্ষাতো তেখেতে জলপানি পায়। ১৯২০ খৃষ্টাব্দত কটন কলেজৰ পৰা তেখেতে বি, এছ, ছি, পাছ কৰে আৰু কিছুকাল পিছতে ঢাকালৈ গৈ বি. টি. পাছ কৰি আহে। তেখেতে আজীৱন শিক্ষক হিচাপে কাল কটালে। গণিতৰ শিক্ষক হিচাবে তেখেতৰ নাম বৈ বৈ যোৱা। সেয়েহে অসমৰ চৰকাৰী, বেচৰকাৰী বিভিন্ন অনুষ্ঠানৰ ভাৰপ্ৰাপ্ত তেখেতৰ ছাত্ৰসকলে আজিও তেখেতৰ নাম সুঁৱৰি পৰম আনন্দ উপভোগ কৰে। গণিত শাস্ত্ৰৰ কেবাখনো পুথি লিখাৰ উপৰিও তেখেতে আন বিষয়ক একাধিক পুথি ৰচনা কৰে। তাৰে ভিতৰত "বীৰ কুমাৰ", "মিলন মন্দিৰ" আদিয়েই প্ৰধান। বহুত দিনৰ পৰাই দাসদেৱ এজমা ৰোগত ভুগি আছিল। সেই বেমাৰত ইং ১৯৫৮ চনৰ ২৮ জুলাই তাৰিখে গুৱাহাটীৰ নিজ ঘৰত তেখেত স্বৰ্গগামী হয়। মেধাবী সতি-সন্ততিৰে সৈতে দাসদেৱৰ জীৱনটো সম্পূৰ্ণ কৃতকাৰ্য্য বুলিয়েই কব লাগিব।

***ব্যৱসায়ী উমাকান্ত মহাজন ঃ***—পলাশবাৰীৰ পুৰণি ব্যৱসায়ী উমাকান্ত মহাজন এজন মধ্যবিত্ত পৰিয়ালৰ লোক। তেখেতৰ জন্ম হয় ইং ১৮৯৫ চনত আৰু মৃত্যু হয় ইং ১৯৩৭ চনত। বাপেকৰ প্ৰথম ল'ৰা হিচাপে উমাকান্তৰ দায়িত্ব আৰু কৰ্ত্তব্য আটাইতকৈ বেছি। সেয়েহে তেওঁ পাঠশালা স্কুলৰ শিক্ষা সাং কৰি অতি কম বয়সতে বিবাহ-পাশত আবদ্ধ হৈ সংসাৰৰ কামত লাগি যায়। তেওঁ প্ৰথমতে খেতিৰ কাম কৰিছিল; তাৰ পাছত ব্যৱসায়ত নামে। সেই সময়ত মাৰোৱাৰীৰ বাহিৰে, অসমীয়া লোকে কলিকতা, বোম্বাই আদি ডাঙৰ চহৰলৈ গৈ মাল আনি বেপাৰ কৰিবলৈ প্ৰায়ে সাহস নকৰিছিল। উমাকান্ত মহাজনৰ মনত এইভাৱে ঠাই পালে। মাৰোৱাৰী পাঠশালাতে স্কুলৰ শিক্ষা শেষ কৰা এই মানুহজনে সময়ত কলিকতালৈ গৈ মাল আনি কাৰবাৰ কৰাত লাগি যায় আৰু ব্যৱসায়ত দোপত-দোপে উন্নতি কৰে। তেওঁ স্থানীয় আন আন মানুহকো সময়ে

সময়ে কলিকতালৈ লগত লৈ গৈ ব্যৱসায়ৰ কৌশল আদি শিকাইছিল। কাঠ, ধান, মৰাপাট, এড়িমূগা আদি বিভিন্ন দ্ৰব্যৰ তেওঁ কাৰবাৰ কৰিছিল। স্থানীয় অনুষ্ঠানবোৰৰ, লগত তেওঁ জড়িত আছিল আৰু সেইবোৰত দান কৰিছিল ; কিন্তু কোনো দিনে তেওঁ পদবীৰ লালসা কৰা নাছিল।

***সত্ৰাধিকাৰ চিদানন্দ দেৱ গোস্বামী ঃ***—ৰামপুৰ মৌজাৰ খিদিৰ পুখুৰী সত্ৰৰ সত্ৰাধিকাৰ পুণ্যপ্ৰাণ চিদানন্দদেৱ গোস্বামী দেৱৰ জন্ম ইং ১৮৯৮ চন আৰু মৃত্যু ইং ১৯৫৩ চন। ২১ বছৰ বয়সতে পিতৃহাৰা, ভাতৃহাৰা গোস্বামীদেৱে যিভাৱে বিৰাট পৰিয়ালৰ দায়িত্ব আমৰণ বহন কৰিলে, তাতেই তেখেতৰ ব্যক্তিত্বৰ পূৰ্ণপ্ৰকাশ পালে। এই পুৰুষজন একাধাৰে গায়ক, অভিনেতা আৰু সমাজসেৱক আছিল। গাৱঁতে পাঠশালাৰ শিক্ষা সমাপ্ত কৰি, তেখেতে গুৱাহাটীৰ কলেজিয়েট স্কুলত ভৰ্ত্তি হয় আৰু ষষ্ঠমান শ্ৰেণী লৈ পঢ়ে। তেওঁ বামুন্দীৰ টোলত দুবছৰ সংস্কৃত পঢ়িছিল আৰু ঘৰতে সংস্কৃত অধ্যাপক ৰাখি, সংস্কৃত ভাষা চৰ্চ্চা কৰি প্ৰভূত সংস্কৃত শাস্ত্ৰৰ জ্ঞান আহৰণ কৰিছিল। গোস্বামীদেৱৰ আটাইতকৈ ৰাপ আছিল সঙ্গীতত আৰু নাট্যাভিনয়ত। ষষ্ঠমান শ্ৰেণীত পঢ়োতে তেখেতে হেনো "মেঘনাদবধ" নামে এখন নাটক লিখিছিল আৰু জনচেৰেক বন্ধুৰ সহায়ত মঞ্চস্থ কৰি ৰাইজৰ পৰা ভুৰি ভুৰি প্ৰশংসা পাইছিল। চিলেটৰ এজন ওস্তাদ ৰাখি তেখেতে ঘৰতে উচ্চাঙ্গ সঙ্গীতৰ চৰ্চ্চা কৰিছিল। ৰামপুৰৰ বিভিন্ন ৰাজহুৱা অনুষ্ঠানত, বিশেষতঃ শ্ৰীশ্ৰীমহাবিষ্ণু যজ্ঞ সমাপনত আৰু দক্ষিণপাৰ বিদ্যোৎসাহিনী টোলৰ ক্ৰমোন্নতিত তেখেতে আগভাগ লৈছিল।

***সমাজসেৱক হৰিনাৰায়ণ দেৱ গোস্বামী ঃ***—লিখকৰ চিৰদিনেই নমস্য উপৰিপুৰুষ উদাৰমনা হৰিনাৰায়ণ দেৱ গোস্বামীৰ জন্ম হয় ৰামপুৰ মৌজাৰ অন্তৰ্গত ভাগৱতী পাৰা গাওঁত ১৯০৪ খৃষ্টাব্দত আৰু দেহান্তৰ হয় ১৯৫৪ খৃষ্টাব্দত। গোস্বামীদেৱৰ সমাজসেৱা পূৰ্ব্বজন্মৰ সংস্কাৰ বুলিয়েই কব লাগিব ; কিয়নো তেখেতে জীৱনত খোপনি নোপোটাকৈয়ে, অতি কম বয়সতে সমাজৰ কামত লাগি গৈছিল আৰু নিজৰ বৈষয়িক উন্নতিৰ প্ৰতি অভাৱনীয়ৰূপে আওকান কৰি, সমাজৰ কাম কৰিয়েই শেষ নিঃশ্বাস পেলাই-ছিল। পিতাকৰ শোচনীয় আৰ্থিক অৱস্থাৰ বাবে ঘৰুৱা শিক্ষকৰ কাম

কৰি পঢ়া গোস্বামীদেৱে প্ৰবেশিকা পৰীক্ষাৰ মহলাত উঠিব নোৱাৰিলে। অৱশেষত গত্যন্তৰ নেদেখি কম্পাউণ্ডৰী পাছ কৰি কম্পাউণ্ডৰ হল্ আৰু নিজ গাৱঁতে নিজাকৈ ডাক্তৰখানা খুলি চিকিৎসা ক্ষেত্ৰত নামি পৰিল। এই ক্ষেত্ৰত তেখেতে যশস্যা আৰ্জিলে যথেষ্ট; কিন্তু বদান্যতাৰ বাবে সেই ধন তেওঁৰ হাতত বেছি দিন নাথাকিল। গোস্বামীদেৱৰ ব্যক্তিত্বৰ দুটি ফাল—এটি বদান্যতা আৰু আনটো দূৰদৃষ্টি। এই দূৰদৃষ্টিৰ বাবেই আজি ভাগৱতী পাৰাত বালিকা মাইনৰ স্কুল, বালিকা প্ৰায়মাৰী স্কুল, বালক প্ৰায়মাৰী স্কুল, গোঁসাইঘৰ আদি অনুষ্ঠান গঢ়ি উঠিছে। তেওঁ বহুত বছৰ ধৰি দক্ষিণ কামৰূপ বিদ্যোৎসাহিনী মডেল টোলৰ চেক্ৰেটাৰী আছিল আৰু তেওঁৰ যত্নতে দক্ষিণ কামৰূপৰ ব্ৰহ্মসমাজ কেবাবাৰো অনুষ্ঠিত হৈছিল। ৰামপুৰৰ হাইস্কুল আৰু মজলীয়া স্কুলৰ তেখেত প্ৰধান পৃষ্ঠপোষক আছিল আৰু তেখেতৰ প্ৰচেষ্টাতে ভাগৱতী পাৰাৰ পৰা নহিৰালৈ যোৱা নতুন ৰাস্তা নিৰ্ম্মাণ হৈছিল। সমাজসেৱী আৰু জাতীয়তাবাদী গোস্বামীদেৱে অতি যত্ন কৰি ভাগৱতী পাৰাৰ গোসাঁইসকলৰ এখন বংশলতা লিখি উলিয়ায়। তেখেতৰ হাতে লিখা অৱস্থাতে "অসমবুৰঞ্জী" এখনো আছে।

**স্বভাৱ শিল্পী কানুৰাম দাস ঃ**—চিত্ৰকৰ হিচাপে সু-পুৰুষ কানুৰাম দাসৰ নাম অগ্ৰগণ্য। তেওঁ আদিতে পাণ্ডুৰ মানুহ আছিল, পিছে দ্বিতীয় বিশ্বযুদ্ধৰ লগে লগে পলাশবাৰীলৈ উঠি আহি তাতেই স্থায়ী হিচাবে বসবাস কৰিবলৈ লয়। তেওঁ নৰ্ম্মাল স্কুলৰ তৃতীয় বাৰ্ষিক শ্ৰেণীলৈ পঢ়িছিল আৰু তাৰ পিছত শান্তি নিকেতনলৈ গৈ আৰ্টচ্ আৰু ক্ৰাফ্টচৰ ডিপ্লোমা লৈছিল। দাস ডাঙৰীয়াই অসমৰ বিভিন্ন চৰকাৰী হাইস্কুলৰ ড্ৰইং শিক্ষকৰ কাম কৰিছিল। চিত্ৰশিল্পতে তেখেতৰ জীৱনৰ কৃতিত্ব লুকাই আছে। তেখেতে নানা ধৰণৰ ছবি আৰু মহাপুৰুষৰ প্ৰতিকৃতি অঁকা, চিত্ৰবিচিত্ৰ দৃশ্যপট তৈয়াৰ কৰাৰ উপৰিও ৪ৰ্থ, ৫ম আৰু ৬ষ্ঠ শ্ৰেণীৰ উপযোগীকৈ চিত্ৰাঙ্কন তৈয়াৰ কৰিছিল। গত জালুকবাৰীৰ কংগ্ৰেছ মহাসভাৰ প্ৰদৰ্শনী বিভাগৰ কোনো কোনো অংশত তেখেতে অংশ গ্ৰহণ কৰিছিল। দাস ডাঙৰীয়াৰ শিল্পনৈপুণ্য উপলব্ধি কৰিয়েই তেখেতৰ ইং ১৯৫৯ চনৰ মৃত্যুৰ কেইবছৰমান পূৰ্ব্বে গুৱাহাটী বিশ্ববিদ্যালয়ে তেখেতক চিত্ৰশিল্পী হিচাপে নিযুক্ত কৰিছিল। তেখেতৰ জন্ম—ইং১৯০৮ চন।

***নীৰৱ সাধক বিষ্ণুকুমাৰ দাস ঃ***—যোৱা ১৩ জুলাই তাৰিখে ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতত ভাহনি খবি ধৰোতে হঠাতে পিছলি পৰি নিজৰ জীৱনৰ পৰিসমাপ্তি ঘটোৱা শ্ৰদ্ধেয় শিক্ষক ৺বিষ্ণুকুমাৰ দাসৰ কথা ভাবিলে মনটো বিষাদে আৱৰি ধৰে। নিচেই কেচুৱাতেই পিতাকক হেৰুৱাই এক ৰকমৰ সংগ্ৰামৰ মাজেৰে ডাঙৰ হোৱা এই মানুহজন লৰা, ডেকা, আদহীয়া আৰু বুঢ়া সকলোৰে সমান বন্ধু আৰু পৰামৰ্শদাতা আছিল। সেয়েহে প্ৰত্যেক পলাশবৰীয়াই আজি তেওঁৰ অভাব বাৰুকৈয়ে অনুভব কৰিছে।

আৰ্থিক অনাটনত তেওঁ সদায় জুৰুলা যদিও তাৰ প্ৰতি আওকান কৰি পলাশবাৰীৰ সকলো সমূহীয়া কামতে সদায় আগভাগ লৈছিল। পলাশবাৰীৰ ৰাসপূজাৰ বিভিন্ন কলাসূচক কাৰ্য্যতালিকাই আজি যি খ্যাতি অৰ্জন কৰিছে তাৰ গুৰিতে আছিল ৺দাস। পলাশবাৰী হাইস্কুলৰ 'উষা' খনৰ প্ৰথম মুদ্ৰিত সংস্কৰণ উলিয়াওঁতে আৰু দক্ষিণ কামৰূপ ছাত্ৰ সন্মিলনৰ 'আগলি' খন প্ৰকাশ কৰোতে ৺দাসে বিশেষ উল্লেখযোগ্য বৰঙণি যোগাইছিল। তাত তেওঁৰ কবিতাও প্ৰকাশ পাইছে। শ্ৰদ্ধেয় দাস এজন ভাল গীতিকাৰো আছিল। তেওঁৰ ৰচিত 'আঘোণৰ পথাৰৰ শুৱনি ধাননি' প্ৰমুখ্যে ভালেমান গীতেই আমাৰ এই অঞ্চলত বেচ প্ৰসাৰ লাভ কৰিছে। অভিনেতা হিচাবেও তেওঁ যি দক্ষতাৰ পৰিচয় দি গ'ল সিয়েই তেওঁক আমাৰ মাজত চিৰস্মৰণীয় কৰি ৰাখিব। ভাল ফুটব'ল খেলুৱৈ আৰু এজন নিখুঁট 'ৰেফাৰী' হিচাবে যি পাৰদৰ্শিতা লাভ কৰিছিল তাক বহলাই কোৱাৰ প্ৰয়োজন নাই। ছবি আঁকা আৰু আন আন সকলো হাতৰ কামতে তেওঁৰ কৰ্মনৈপুণ্য বাস্তবিকতে শলাগিব লগীয়া।

নীৰৱসাধনাই যে জীৱনৰ প্ৰকৃত উৎকৰ্ষ সাধন কৰে এই ৩৮ বছৰীয়া মানুহজনে তাক সততে বিশ্বাস কৰিছিল। কোন কাহানিও তেওঁ নাম প্ৰচাৰৰ পক্ষপাতি নাছিল। আগে কাম পিচে নাম—এয়েই তেওঁৰ জীৱনৰ আদৰ্শ। অকণো খং ৰাগ নথকা ৺বিষ্ণুকুমাৰৰ সৌহাৰ্দ্দলৈ যিয়েই এবাৰ আহিছে তেওঁ কেতিয়াও আৰু এই অমায়িক ব্যক্তিজনৰ কথা পাহৰিব নোৱাৰিছিল। এওঁৰ চৰিত্ৰৰ ইয়েই আছিল এটা বৈশিষ্ট্য।

সুদীৰ্ঘ ১২ বছৰ কাল পলাশবাৰী হাইস্কুলত শিক্ষকতা কৰি এই অনুষ্ঠান আৰু ছাত্ৰসকলৰ উন্নতিৰ হকে যি সেৱা কৰি গ'ল তাক সহকৰ্ম্মী আৰু ছাত্ৰ সকলে সদায় সুঁৱৰিব। একমাত্ৰ কেছুৱা লবাটিৰ সৈতে নিঃসহায় ঘৈণীয়েক আৰু আধালিখা উপন্যাস আৰু নাটক দুখন দেখিলে বিষ্ণু কুমাৰৰ অসম্পূৰ্ণ জীৱনৰ কথাই আমাক যথেষ্ট আঘাট দিয়ে।

আমি বিচৰা নহিবা গাৱঁৰ কবি সিংহদত্ত দেৱ গোস্বামীদেৱৰ জীৱনী এই পুস্তিকাৰ যথাস্থানত প্ৰকাশিত হৈছে। অসমৰ শিক্ষা বিভাগৰ ভূতপূৰ্ব্ব ডিৰেক্টৰ, দক্ষিণ কামৰূপৰ আগৰাঙ্গা সত্ৰৰ সত্ৰাধিকাৰী, শিক্ষাবিদ্ **উমাকান্ত গোস্বামীদেৱৰ** আৰু পলাশবাৰীৰ ওচৰৰে পাৰাকুছি গাৱঁৰ চৰ্ডেপুটি কলেক্টৰ **কেশৱ চন্দ্ৰ দাসদেৱৰ** জীৱনী আমি বিচাৰিছিলো যদিও নানা আহুকালৰ বাবে তাক সংগ্ৰহ কৰিব নোৱাৰিলোঁ।

........................

# পলাশবাৰী সাহিত্য সভা

অসমৰ সুৰীয়া মাতৰ মৰমী সাহিত্যৰ পৰশেৰে বিধ্বস্ত পলাশবাৰীৰ বেপেৰুৱা পৰিবেশক সঁৰস কৰাৰ আৰু উঠি অহা উদ্যোগী ডেকা গাভৰুৰ প্ৰাণত সাহিত্যৰ বহুমুখী বীজ ৰোপন কৰাৰ আশা এটা লৈয়ে ১৯৫৮ চনৰ ৩০ চেপ্তেম্বৰৰ দিনা পলাশবাৰী জ্ঞানদা পুথি ভঁৰাল প্ৰাঙ্গনত শ্ৰীঅমৰেন্দ্ৰ নাথ বৰুৱাৰ সভাপতিত্বত বহা সভা এখনে 'পলাশবাৰী সাহিত্য সভাৰ' জন্ম দিয়ে। সেইদিনাই তলত উল্লেখ কৰা সকল এই সাহিত্য সভাৰ বিষয় ববীয়া নিৰ্ব্বাচিত হয়।

সভাপতি—ভবানী কান্ত চৌধুৰী
উপ সভাপতি—বিষ্ণুকুমাৰ দাস (এতিয়া স্বৰ্গত)
প্ৰধান সম্পাদক—অমৰেন্দ্ৰ নাথ বৰুৱা
সহ সম্পাদক—শুকদেৱ ভাগৱতী
ধন ভঁৰালী—সুৰেন্দ্ৰ নাথ শৰ্ম্মা
পুথি ভঁৰালী—হেৰম্ব প্ৰসাদ দাস

পলাশবাৰী সাহিত্য সভাৰ নিবেদন ক্ৰমে অসম সাহিত্য সভাৰ কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ ১১।১।৫৯ তাৰিখে যোৰহাটত বহা বৈঠকে 'পলাশবাৰী সাহিত্য সভা'ক শাখা সভা স্বৰূপে স্বীকৃতি দিয়ে।

১১।১।৫৯ তাৰিখৰ পৰা শ্ৰীসুবোধ গোস্বামীক আহ্বায়ক হিচাবে লৈ পলাশবাৰী সাহিত্য সভাই এটা আলোচনা চক্ৰ গঠন কৰে। এই চক্ৰৰ বৈঠক প্ৰত্যেক ইংৰাজী মাহৰ প্ৰথম সপ্তাহৰ ৰবিবাৰে পতা হয়। এই বৈঠ-কত সাহিত্য সম্পৰ্কীয় বিভিন্ন বিষয় আৰু নানা ৰকমৰ সাময়িক বিষয়

আলোচনা কৰাৰ ওপৰিও স্বৰচিত গল্প, কবিতা, প্ৰবন্ধ আদি পাঠ কৰা হয়, এই বৈঠকবোৰলৈ এতিয়া পৰ্য্যন্ত অসমৰ বিশিষ্ট সাহিত্যিক ডঃ প্ৰফুল্ল দত্ত গোস্বামী, নৰকান্ত বৰুৱা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আদিক নিমন্ত্ৰণ কৰা হৈছে। তেওঁলোকে ইয়াত পৌৰোহিত্য কৰি পলাশবাৰী সাহিত্যানুৰাগী লোক সকলক যি উৎসাহ দি আহিছে তাৰ বাবে কৃতজ্ঞতাৰ পাত্ৰ। এই চক্ৰৰ কাৰণে সুকীয়া পুঁজি আদিৰ ব্যৱস্থা আছে। এই চক্ৰৰ জৰিয়তে মাজে সময়ে স্থানীয় ভাবে, গল্প কবিতা আদিৰ প্ৰতিযোগীতাও পতা হয়।

বিভিন্ন ব্যক্তিগত অসুবিধাৰ বাবে আগৰ সমিতিৰ কেইজন মান বিষয়-ববীয়াই বাব এৰাত শ্ৰীসূৰ্য্য কুমাৰ মজুমদাৰ প্ৰধান সম্পাদক, হেৰম্ব দাস চক্ৰৰ আহ্বায়ক আৰু অমৃত দাস পুথি ভঁৰালী হিচাবে নিৰ্ব্বাচিত হৈ অতি নিপুণ ভাবে এতিয়ালৈকে কাম চলাই আছে।

পলাশবাৰী সাহিত্য সভাই অসমৰ সকলো জাতীয় দিবসকে যেনে— ৰাজ্যিক ভাষা দিবস, নেফাত অসমীয়া ভাষা দিবস আদি যথা সময়ত পালন কৰি আহিছে। এই সভাৰ অন্যতম উদ্যোগী সদস্য ৺গোপাল চক্ৰবৰ্ত্তী (যি জনে গল্প, কবিতা প্ৰতিযোগীতা পাতিবৰলৈ চক্ৰত পুৰস্কাৰ আদিৰ ব্যৱস্থা কৰিছিল), সভাৰ উপসভাপতি নীৰৱ সাহিত্যিক আৰু শিল্পী ৺বিষ্ণু কুমাৰ দাস আদিৰ অকাল আৰু অস্বাভাবিক মৃত্যুত গভীৰ শোকাশ্ৰু নিবেদন কৰাৰ উপৰিও অসম আৰু ভাৰতৰ বিশিষ্ট লোকসকলৰ বিয়োগত শোক প্ৰকাশ কৰিবলগীয়া হয়। ইয়াৰ উপৰিও ৰাজ্য ভাষা আন্দোলনৰ বেদীত বলি হিচাবে প্ৰাণ দিব লগা হোৱা ৰঞ্জিত বৰপূজাৰী, সূৰ্য্য বৰা, মফিজুদ্দিন আৰু আন আন লোক সকলৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে। পলাশ-বাৰীৰ স্থানীয় সৰবৰাহী ব্যক্তি সনসিংৰাম মহাজন আৰু মহেশ্বৰ দাস আদিৰ মৃত্যুতো গভীৰ শোক প্ৰকাশ কৰা হয়।

বৰ্ত্তমান পলাশবাৰী সাহিত্য সভাৰ সদস্য সকল হ'ল—( সৰ্ব্বশ্ৰী ) ভবানীকান্ত চৌধুৰী বি-এ, গন্ধোৰাম ৰাম কলিতা, থানেশ্বৰ কলিতা বি-এ, অমৰেন্দ্ৰ বৰুৱা, সূৰ্য্য মজুমদাৰ, সুৰেণ শৰ্ম্মা, হেৰম্ব দাস, কৰুণাময় কৰ বি·এ, শুকদেৱ ভাগৱতী, ডাঃ কিৰণময় মজুমদাৰ, অমৃত দাস বি-এচ-চি, কৃষ্ণকান্ত শৰ্ম্মা, মামুদ আলি, চিদানন্দ শৰ্ম্মা, ভাৰত কলিতা বি-এ, দূৰ্গাকান্ত

গোস্বামী, বাণেশ্বৰ দাস, মনীন্দ্ৰ চৰকাৰ, ৰমেশ দাস, সুবোধ গোস্বামী, ভূপেন গোস্বামী, শুধাংশু ৰঞ্জন দে, শিৱৰাম কলিতা, অমৃত কলিতা, হৰিকান্ত দাস, ৰবীন মেধি, সুৰেণ দাস, অভয় দাস।

নানান আলৈ আহুকালৰ মাজেৰে পলাশবাৰী সাহিত্য সভাৰ যাৱতীয় কাৰ্য্য চলি আছে যদিও এই সভাৰ নিজাঘৰ আদি নথকা বাবে মাজে সময়ে সভাৰ কাৰ্য্য পৰিবেশন কৰাত বৰ বিপদৰ সন্মুখীন হব লগীয়া হয়। এই সভাই মিৰ্জাত ঘৰ এটা নিৰ্ম্মানৰ বাবে যি যো-জা কৰিব খুজিছে তাত আঞ্চলিক ৰাইজে সহায় সহানুভূতি প্ৰদৰ্শন কৰি উদীয়মান সাহিত্যানুৰাগীসকলক উৎসাহিত কৰিবলৈ পলাশবাৰী সাহিত্য সভাই আবেদন জনায়।

অসম সাহিত্য সভাৰ অষ্টবিংশ অধিবেশনখন আমন্ত্ৰণ কৰিবলৈ এই সভাই যি আগ্ৰহ দেখুৱাইছিল তাত আঞ্চলিক ৰাইজ সহানুভূতিশীল হৈ অধিবেশন পৰিচালনা কৰাৰ সম্পূৰ্ণ দায়িত্ব গ্ৰহণ কৰা বাবে পলাশবাৰী সাহিত্য সভাই সমূহ ৰাইজকে অভিনন্দন জনাইছে।

---

# আদৰণি সমিতি, অসম সাহিত্য সভা

## অষ্টবিংশ অধিবেশন, নতুন পলাশবাৰী (মিৰ্জা)

### কাৰ্য্যকৰী সমিতিৰ সভ্যসকল

শ্ৰীৰাধাগোবিন্দ বৰুৱা—পৃষ্ঠপোষক
শ্ৰীতৰুণ কুমাৰ আগৰৱালা—পৃষ্ঠপোষক
শ্ৰীঅবলা কান্ত গোস্বামী—সভাপতি
শ্ৰীদেবেন্দ্ৰ চন্দ্ৰ চৌধুৰী—উপ-সভাপতি
শ্ৰীভবানী কান্ত চৌধুৰী—প্ৰধান সম্পাদক
শ্ৰীসূৰ্য্য মজুমদাৰ—যুটীয়া সম্পাদক
শ্ৰীভাৰত কলিতা ,,
শ্ৰীধনেশ্বৰ কলিতা ,,
শ্ৰীসৰ্ব্বেশ্বৰ মজুমদাৰ ,,
শ্ৰীগন্ধোৰাম কলিতা—কোষাধ্যক্ষ
শ্ৰীধৰ্ম্মেশ্বৰ দাস—সদস্য
শ্ৰীপ্ৰাণেশ্বৰ দাস ,,
শ্ৰীচুলেইমান আলী ,,
শ্ৰীহৰিশচন্দ্ৰ দাস ,,

(নিম্নোল্লিখিত শাখা সমিতিৰ সম্পাদক সকলো কাৰ্য্যকৰী সমিতিৰ সদস্য)

শ্ৰীশশধৰ দাস—বিত্ত বিভাগ
শ্ৰীবংশীধৰ তালুকদাৰ—খাদ্য বিভাগ
শ্ৰীবেণুধৰ দাস—নিৰ্ম্মাণ বিভাগ
শ্ৰীথানেশ্বৰ কলিতা—প্ৰদৰ্শনী আৰু প্ৰচাৰ বিভাগ
শ্ৰীযোগেশচন্দ্ৰ ভৰালী—সাংস্কৃতিক বিভাগ
শ্ৰীঅমৃত চন্দ্ৰ কলিতা—পোহৰ, পানীযোগান বিভাগ
শ্ৰীমেদিনী কান্ত ঠাকুৰীয়া—স্মৃতি সংকলন বিভাগ
শ্ৰীভবানী কান্ত দাস—স্বেচ্ছাসেৱক বিভাগ
শ্ৰীঅনিল চন্দ্ৰ দাস—হিচাব পৰীক্ষক
শ্ৰীসাধন চন্দ্ৰ দাস—কাৰ্য্যালয় সচিব




আমাৰ পৃষ্ঠপোষকসকল ঃ—

ৰাধিকা ৰাম দাস

নতুন অসমীয়া

বদৰুজ্জামান

